# বনহাঁহ

হেন্‌ৰিক্ ইবৃছেনৰ ভিল্‌ডানডেন্ নাটকৰ
অসমীয়া ভাষান্তৰ

ভাষান্তৰ
কুলদাকুমাৰ ভট্টাচাৰ্য

চন্দ্ৰ প্ৰকাশ
পাণবজাৰ, গুৱাহাটী-১

**Banhah :** *The Assamese translation of Henric Ibsen's drama Vildanden translated by Kuladakumar Bhattacharjee and published by Rajendra Mohan Sarma and Dr. Rabindra Mohan Sarma on behalf of Chandra Prakash, Panbazar, Guwahati-1.*

*Price : Rs. 100.00 only*

---

প্ৰকাশক : ৰাজেন্দ্ৰ মোহন শৰ্মা
ডাঃ ৰবীন্দ্ৰ মোহন শৰ্মা
চন্দ্ৰ প্ৰকাশ
পাণবজাৰ, গুৱাহাটী-১
দূৰভাষ : ২৫১১৯৪৬

প্ৰথম প্ৰকাশ : ছেপ্টেম্বৰ, ২০০৯ চন

বেটুপাত : উৎপল বৰা

মূল্য : ১০০.০০ টকা

ডিটিপি : টেকনো এড, গোস্বামী ছাৰ্ভিচ, গুৱাহাটী-৩
দূৰভাষ - ৯৮৬৪২-৯৬০৩০
*e-mail : techno_ed@rediffmail.com*

মুদ্ৰণ : **কালাৰপ্লাছ**
ৰাজগড়, গুৱাহাটী- ৩
ফোন : ৯৮৬৪০-৩৩৫২৯
e-mail : colourplus.guwahati@gmail.com



## ।। অনুবাদকৰ এষাৰ ।।

হেন্ৰিক ইব্‌ছেনৰ ভিল্‌ডান্‌ডেন নাটকখন বনহাঁহ নামেৰে আকাশবাণী গুৱাহাটীৰ পৰা প্ৰচাৰৰ বাবে হাতত লোৱা হৈছিল ২০০৩ চনত। অনুবাদ আৰু পৰিচালনাৰ ভাৰ আছিল আমাৰ ওপৰত। একে বছৰৰে ডিচেম্বৰ মাহত বাণীবন্ধন হৈ যোৱাৰ পাছত পাণ্ডুলিপিখন আলমাৰিত পৰি আছিল। প্ৰকাশৰ বাবে কাকো অনুৰোধ কৰাৰ সাহস গোটাব পৰা নাছিলো। সংকোচো আছিল। অৱশেষত লাজ-মান কাটি কবি 'চন্দ্ৰ প্ৰকাশ'ৰ ৰাজেন্দ্ৰ মোহন শৰ্মাদেৱৰ আগতে কথাটো উলিওৱাৰ লগে লগে তেওঁ আগ্ৰহ প্ৰকাশ কৰে। সেইবাবেই বনহাঁহ ছপা হৈ ওলাল।

নৰ'ৱেজীয় ভাষা নজনাৰ বাবে মূলৰ পৰা অনুবাদ কৰিব পৰা নগ'ল। আমাৰ ভাঙনি ইংৰাজী অনুবাদৰহে। আৰ ফাৰ্কাৰ্ছন শ্বাৰ্পে ১৯১০ চনত কৰা অনুবাদ দ্য উৱাইলড্ ডাকৰ ১৯৫৮ চনত টৰ্‌গ্ৰিম আৰু লিন্‌ডা হানছৰ দ্বাৰা পৰিমাৰ্জিত আৰু ১৯৭৭ চনত পুনৰ মুদ্ৰিত সংস্কৰণখনৰ পৰা ভাঙনি কৰা হৈছিল। পিছে প্ৰকাশৰ বাবে দিয়াৰ আগতে আকৌ এবাৰ চকু ফুৰোৱাৰ সময়ত ডাউনিয়া বি ক্ৰিষ্টিয়ানিয়ে কৰা একে নামৰ অনুবাদখনিৰ ওপৰতহে বেছিকৈ নিৰ্ভৰ কৰা হৈছে। নামবোৰৰ ক্ষেত্ৰত নৰ'ৱেজীয় উচ্চাৰণ বিধি অনুসৰণ কৰা হৈছে।

কবি, গীতিকাৰ, অনুবাদক কীৰ্ত্তিকমল ভূঞাই গুৰিৰ পৰা আগলৈকে চাই প্ৰয়োজন স্থলত হাত ফুৰাই নিদিয়াহেঁতেন অনাতাঁৰ প্ৰচাৰৰ বাবে আগবঢ়োৱাৰ সাহস নহ'লহেঁতেন। সবাতোকৈ আগতে যাৰ নাম ল'ব লাগিছিল তেওঁ

আকাশবাণীৰ অনুষ্ঠান বিষয়া নয়নপ্ৰসাদ। নাটখন ধাৰাবাহিকৰূপে প্ৰচাৰ কৰাৰ পৰিকল্পনাৰে পৰা আমাৰ ওপৰত পৰিচালনা আৰু অনুবাদৰ দায়িত্ব দিয়া, পৰিচালনাত সহায় কৰালৈকে আটাইখিনিৰ কৃতিত্ব শ্ৰীমান নয়নৰ। নাটক এখন আখৰাৰ সময়তো সালসলনি কৰিবলগীয়া হয় য'ত অভিনেতৃবৰ্গ প্ৰধান সহায়ক হয়। প্ৰকাশন সংস্থা চন্দ্ৰ প্ৰকাশ, আকাশবাণী (গুৱাহাটী), কীৰ্ত্তিকমল ভূএগ, নয়ন প্ৰসাদ আৰু ভাৱৰীয়াসকল আটাইৰে আন্তৰিক শলাগ ল'লো।

গুৱাহাটী

কুলদাকুমাৰ ভট্টাচাৰ্য

# চৰিত্ৰ সূচী

| | |
|---|---|
| হকন ভেৰ্‌লে | ব্যৱসায়ী, উদ্যোগপতি ইত্যাদি |
| গ্ৰেইৰ্ঘেছ্ ভেৰ্‌লে | তেওঁৰ ল'ৰা |
| বৃদ্ধ এইক্‌ডাল | |
| ইয়াল্‌মাৰ এইক্‌ডাল | তেওঁৰ ল'ৰা |
| গীণা এইক্‌ডাল | ইয়াল্‌মাৰৰ পত্নী |
| হেড়্‌ভিগ | তেওঁলোকৰ ছোৱালী, বয়স চৈধ্য |
| ৰেলিং | ডাক্তৰ |
| মল্‌ভিক | ধৰ্মযাজক বৃত্তিৰ প্ৰাক্তন ছাত্ৰ |
| ফ্ৰু ছাৰ্‌ৱৰ্‌বি | হকন ভেৰ্‌লেৰ সংসাৰৰ কৰ্ত্ৰী |
| গ্ৰবের্গ | ভেৰ্‌লেৰ অফিচৰ হিচাপ ৰক্ষক |
| পেটেৰ্‌ছেন | ভেৰ্‌লেৰ লগুৱা |
| ইয়েন্‌ছেন | ভেৰোণীয়া উৱেটাৰ (খাদ্য পৰিবেশক) |
| এজন শকত আলহী | |
| এজন চুলি পাতল আলহী | |
| এজন আঁতৰৰ দৃষ্টিশক্তিহীন আলহী | |
| ভেৰ্‌লেৰ নৈশ ভোজ সভাৰ ছজন আলহী | |
| কেইবাজনো ভেৰোণীয়া উৱেটাৰ (খাদ্য পৰিবেশক) | |

প্ৰথম অঙ্কৰ স্থান হকন ভেৰ্‌লেৰ ঘৰ। পিছৰ চাৰিটা অঙ্ক ইয়াল্‌মাৰ এইক্‌ডালৰ ঘৰত।

# বনহাঁহ

## প্ৰথম অঙ্ক

*চহৰী ব্যৱসায়ী হকন ভেৰ্‌লেৰ ব্যয়বহুল আৰু স্বচ্ছন্দভাৱে সজোৱা পঢ়া কোঠা। কেইবাটাও কিতাপ থোৱা বুক্‌কেচ আৰু গাদী লগোৱা আচবাব। সোঁমাজত এখন মেজ, মেজখনৰ ওপৰত নথি আৰু কাগজ-পত্ৰ সিঁচৰতি হৈ আছে। সেউজীয়া শ্বেডৰ লেম্পবিলাকে কোঠাটোত কোমল পোহৰ বিলাইছে। পিছফালে পৰ্দা কোচাই খুলি থোৱা ফ'ল্ডিং দুৱাৰেদি দেখা যায় উজ্জ্বল পোহৰৰ কেবাটাও লেম্প আৰু ঝাৰ লণ্ঠনেৰে সুসজ্জিত এটা বহা কোঠা।*

*পঢ়া কোঠাটোৰ সোঁহাতে ঘৰৰ মানুহৰ ব্যৱহাৰৰ বাবে এখন দুৱাৰ, তাৰে অফিছলৈ যাব পাৰি। বাওঁহাতে ফায়াৰ প্লেচ, মন পোহৰাই দিয়া তাৰ জুইকুৰা, তাৰে সিফালে ডাইনিং ৰুমলৈ যোৱাৰ এখন ফ'লডিং দুৱাৰ।*

*উৰ্দি পিন্ধা, ভেৰ্‌লেৰ লগুৱা, পেটেৰ্‌ছেনে আৰু ঠিকাত অনা উৰেটোৰ, কলা ছ্যুট পিন্ধা ইয়েন্‌ছেনে পঢ়া কোঠাটো চিজিল লগাইছে। পিছফালে ডাঙৰ কোঠাটোত আন দুই তিনিজন ভেৰোণীয়া উৰেটোৱে নিমন্ত্ৰিত লোকৰ বাবে ড্ৰইং ৰুমটো পৰিপাটিকৈ সজাইছে, ম'মবাতি জ্বলাইছে। ডাইনিং ৰুমৰ ভিতৰৰ পৰা হাঁহি-মস্কৰা, কথা-বতৰাৰ শব্দ ভাঁহি আহে, এনেতে কোনোবাই এটা আইনাৰ গিলাচত ছুৰিৰে টুং টুং কৈ শব্দ কৰে। সকলো হাই উৰুমি বন্ধ হয়। পূৰ্ণ নীৰৱতা। কোনোবাই কাৰোবাৰ স্বাস্থ্য পানৰ ঘোষণা কৰে। হাত চাপৰি পৰে আৰু আকৌ ঘুনুক-ঘানাক কথা বতৰা আৰম্ভ হয়।*

পেটেৰ্‌ছেন : *(মেনটেলপিচৰ ওপৰত থকা লেম্পটো জ্বলাই আৰু তাৰ ওপৰত শ্বেড এখন ওলোমাই দিয়ে)* বোলো ইয়েন্‌ছেন শুনিছনে সেয়া? এতিয়া আমাৰ বুঢ়াই ফ্ৰু ছাৰাব্‌বিৰ সুস্বাস্থ্য কামনা কৰি এগিলাচ মদ

খোৱাৰ প্ৰস্তাৱ দিবলৈ দীঘলীয়া বক্তৃতা আৰম্ভ কৰিছে।

ইয়েন্‌ছেন : *(চকী এখন গুচাই)* পাছে মানুহে যে তেওঁলোক দুয়োকে লৈ বু-বু বা-বা খন কৰিবলৈ লৈছে কথাবোৰ সঁচানে?

পেটেৰ্‌ছেন : নেদেখা জনেহে জানে।

ইয়েন্‌ছেন : ডেকা বয়সত হেনো আমাৰ ভেৰ্‌লে ডাঙৰীয়াই একেবাৰে উনৈশত বা বুলাই ফুৰিছিল?

পেটেৰ্‌ছেন : হওঁতে হয়।

ইয়েন্‌ছেন : আৰু হয়নে, ডাঙৰ বোপা অহাৰ কাৰণেহে বোলে এই ডিনাৰ পাৰ্টি পাতিছে?

পেটেৰ্‌ছেন : এৰা অ'। তেওঁ কালি আহি পাইছে।

ইয়েন্‌ছেন : বুঢ়া ভেৰ্‌লেৰ যে ল'ৰা এটি আছে সেই কথাটো নাজানিছিলোৱেই নহয়।

পেটেৰ্‌ছেন : তইনো জানিবি কেনেকৈ? তেওঁ ইয়াত নাথাকে নহয়, হ্যোইডালৰ কাৰখানাতহে থাকে। মই এইখন ঘৰত কাম কৰিবলৈ অহাৰ দিন ধৰি তেওঁক ইয়ালৈ অহা দেখা নাই।

এজন উৰেটোৰ : *(আনটো কোঠালৈ যোৱা দুৱাৰ মুখৰ পৰা)* পেটেৰ্‌ছেন, বুঢ়া মানুহ এটা আহিছে।

পেটেৰ্‌ছেন : ধেৎতেৰি, এই সময়ত কাৰনো কি সকাম পৰিল।

*(মধ্যৱ সৌপিনৰ পৰা বৃদ্ধ এইক্‌ডাল সোমাই আহে। তেওঁ, ওপৰলৈ তোলা কলাৰেৰে উৰ্বলি যোৱা, ওভাৰকোট এটা পিন্ধিছে, আৰু হাতত বক্সিং খেলুৱৈয়ে ব্যৱহাৰ কৰাৰ লেখীয়া এযোৰ হাতমোজা, মূৰত ফাৰৰ টুপী আৰু ৰঙচুৱা বাদামী ৰঙৰ লেতেৰা হোৱা উইগ। সৰু একোছা পকা*

*মোচো আছে তেওঁৰ। হাতত এডাল লাঠি, আৰু কাষলতিৰ তলত কাকত পত্ৰৰ এটা টোপোলা।)*

পেটেৰ্‌ছেন : *(ওচৰলৈ গৈ গৈ)* হে হৰি, আপোনাকনো ইয়াত কি লাগে?

এইক্‌ডাল : *(দুৱাৰমুখৰ পৰা)* মই অফিছ কোঠালীটোলৈ যাব লাগে। বৰ জৰুৰী দৰকাৰহে।

পেটেৰ্ : কিন্তু অফিছতো এঘণ্টা আগতেই বন্ধ হ'ল, আৰু —

এইক্‌ডাল : জানো, সেইহঁতে মোক বাহিৰতেই কৈছে। কিন্তু গ্ৰেবের্গতো এতিয়াও আছে। পেটেৰ্‌ছেন বোঁপা, মই সেই ভিতৰফালৰ দুৱাৰখনেদি সাউৎকৰে সোমাই যাওঁ? সেইফালেদি মই আগে পিছেও গৈছো।

পেটেৰ্‌ছেন : বাৰু, যাওক তেন্তে। *(দুৱাৰ খুলি দি)* কিন্তু চাব, তাত যিহকে নকৰক কিয়, যোৱাৰ সময়ত হ'লে এইফালেদি নাহিব। সেই মূল দুৱাৰেদি ওলাই যাব। কাৰণ আমাৰ ঘৰত এতিয়া আলহী আছে।

এইক্‌ডাল : অঁ, হ'ব, হ'ব - মই গম পাইছো। ধন্যবাদ পেটেৰ্‌ছেন, মোৰ পুৰণা বন্ধু। *(পেটেৰ্‌ছেনে নুশুনাকৈ)* মূৰ্খ। *(ভিতৰলৈ সোমাই যায়, পেটেৰ্‌ছেনে দুৱাৰখন জপাই দিয়ে।)*

ইয়েন্‌ছেন : এওঁ অফিছত কাম কৰে হ'বলা?

পেটেৰ্‌ছেন : স্থায়ী কাম নহয়। যেতিয়া কামৰ হেঁচা বাঢ়ে তেতিয়া ঘৰতে বহি কৰিবলৈ কিছু কপি কৰাৰ কাম দিয়া হয়। পিছে একালত তেৱোঁ কম ডাঙৰ মানুহ নাছিল।

ইয়েন্‌ছেন : এৰা, চেহেৰা দেখিলেই ধৰিব পাৰি নহয়।

পেটেৰ্ : আজি তেওঁক দেখি ক'ব পাৰিবিনে যে তেওঁ এদিন মিলিটাৰীত লেফ্‌টেনেণ্ট আছিল।

ইয়েন্‌ছেন : হে, হয়নে?

পেটেৰ্‌ছেন : সঁচা। কিন্তু তেওঁ ব্যৱসায়ত নামিল — কাঠৰ নে কিহবাৰ। মানুহে কয় তেওঁ আমাৰ বুঢ়া ভেৰ্‌লেক এসময়ত হেনো চল চাই বাৰুকৈয়ে শলঠেকত পেলাইছিল। সেই সময়ত দুয়ো লগ লাগি হ্যোইডালত কাৰবাৰ কৰিছিল। বুইছ, বুঢ়া এইক্‌ডালৰ কথা মই চব জানো। কিমান দিন যে আমি একেলগে মাদাৰ এৰিকছেনচত বিয়েৰ আৰু বিৰ্টাছ খাইছো।

ইয়েন্‌ছেন : কি কলি? তোক খুৱাবলৈ তেখেতৰ পইচা আছিল জানো?

পেটেৰ্‌ছেন : হেঃ কি যে সোধ? পইচা মইহে দিছিলো। আঢ্যৱন্ত মানুহৰ দিন বেয়া হ'লে তেওঁলোকক আমি ভাল ব্যৱহাৰ কৰিব লাগে। হয়নে নহয়?

ইয়েন্‌ছেন : তেওঁ তাৰ মানে একেবাৰে দেৱলীয়া হৈ গৈছিল?

পেটেৰ্‌ছেন : তাতোকৈ বেয়া অ'। তেওঁক নি থানাত ভৰাই থৈছিল।

ইয়েন্‌ছেন : থানাত?

পেটেৰ্‌ছেন : নে কি একেবাৰে জেলেই খাইছিল — *(কিবা শুনে)* হেই চুপ। সেইয়া, তেওঁলোক খোৱা টেবুলৰ পৰা উঠিবলৈ লৈছে।

*দুজনমান লগুৱাই ডাইনিং ৰুমৰ দুৱাৰ খুলি দিয়ে। ভিতৰৰ পৰা দুজন আলহীৰ লগত কথা পাতি পাতি ফ্ৰু ছাৰাৰ্‌বি ওলাই আহে। তাৰ ভিতৰত ডাওৰ ভেৰ্‌লেজনো আছে। সবাতো শেহত আহে ইয়াল্‌মাৰ এইক্‌ডাল আৰু গ্ৰেইৰ্ঘেছ ভেৰ্‌লে।*

মিছেছ ছাৰাৰ্‌বি : *(আহি থাকোতে লগুৱাকেইজনক কয়)* পেটেৰ্‌ছেন, কফি আমি মিউজিক ৰুমত খাম।

পেটেৰ্ছেন : হ'ব। ফ্লু ছাবাৰ্বি।

*(ফ্লু ছাবাৰ্বি আৰু আলহী দুজন ভিতৰৰ কোঠাত সোমাই সোঁহাতে গুচি যায়। পেটেৰ্ছেন আৰু ইয়েন্ছেনো পিছে পিছে যায়।)*

এজন শকত আলহী : উস্। বিধে বিধে ইমানবোৰ বস্তু খোৱাটো বৰ সহজ কাম নহয় দেই।

এজন চুলি পাতল আলহী : পিছে, তিনি ঘণ্টা ধৰি খাব লগা হ'লে পেটত কিমান সোমাব পাৰে ভাবিলে তবধ মানিব লাগে।

শকত আলহী : কিন্তু পিছলৈ? বন্ধু, তাৰ পিছলৈ?

আন এজন আলহী : বোধহয় কফি আৰু লিক্যুয়েৰ মিউজিক ৰূমত দিয়া হৈছে।

শকত আলহী : ভাল কথা। তেন্তে মিছেছ্ ছাবাৰ্বিয়ে হয়তো আমাক কিবা বজাই শুনাব।

চুলি পাতল : *(মাতটো তললৈ আনি)* ভাল কথা, যদ্যপি আমাক তেওঁৰ সুৰত ননচুৱায়।

শকত : নাই, নাই, পুৰণা বন্ধুৰ সৈতে তেওঁ সেইটো নকৰে। *(দুয়ো হাঁহি হাঁহি ভিতৰৰ কোঠাটোলৈ যায়গৈ)*

ডাঙৰ ভেৰ্লে : *(আনে নুশুনাকৈ বিষণ্ণ কণ্ঠত)* কোনেও বোধকৰো কথাটো মন কৰা নাই, নহয়নে গ্ৰেইৰ্ঘেছ?

গ্ৰেইৰ্ঘেছ : কি কথা?

ডাঙৰ ভেৰ্লে : তয়ো মন কৰা নাইনে?

গ্ৰেইৰ্ঘেছ : কিনো মন কৰিবলগীয়াটো হৈছিল?

ডাঙৰ ভেৰ্লে : এইযে খোৱা টেবুলত আমি তেৰজন বহিছিলো?

গ্ৰেইৰ্ঘেছ : হয় নেকি? আমি তেৰজন বহিছিলো?

ডাঙৰ ভেৰ্লে : *(ইয়াল্মাৰলৈ কেৰাহিকৈ চাই)* সাধাৰণতে আমি বাৰজন বহো। এই *(আন আলহী বিলাকৰ*

*উদ্দেশ্যে)* ব'লক, ব'লক, এইপিনে, এইপিনে। *(গ্ৰেইৰ্ঘেছ আৰু ইয়াল্‌মাৰৰ বাহিৰে আন আলহী সকলক লৈ ভিতৰৰ কোঠাইদি সোমাই যায়।)*

ইয়াল্‌মাৰ : *(তেওঁলোকৰ আলোচনা শুনিবলৈ পাইছে।)* তই পিছে মোক মাতিব নালাগিছিল গ্ৰেইৰ্ঘেছ।

গ্ৰেইৰ্ঘেছ : কি যে কৱ ইয়াল্‌মাৰ? এই পাৰ্টিটো মই অহাৰ বাবেহে দিয়া হৈছে। তেন্তে মই বাৰু কিয় মোৰ আটাইতকৈ মৰমৰ আৰু একমাত্ৰ বন্ধুজনক নামাতিম?

ইয়াল্‌মাৰ : মই অহাতো তোৰ দেউতাৰে ভাল পোৱা নাই। তহঁতৰ ইয়ালৈ সাধাৰণতে মই নাহোঁতো।

গ্ৰেইৰ্ঘেছ : হুঁ, বুজি পালো। কিন্তু মইযে তোক চাব খুজিছিলো, তোৰ লগত কথা হ'ব খুজিছিলো। কাৰণ মই ইয়াত বেছিদিন নাথাকো। এৰা ভাই, আমি দুই স্কুলীয়া বন্ধু কিমান যুগ যে এনেকে লগালগি হোৱা নাই। বোধকৰো ষোল্ল-সোতৰ বছৰমান হ'ব। আমি বহু আঁতৰি গৈছিলো, নহয়নে?

ইয়াল্‌মাৰ : আঃ ইমান দিন হ'লনে?

গ্ৰেইৰ্ঘেছ : হ'লতো। তোৰ পিছে কেনে চলিছে? দেখাততো ভালেই দেখিছো। ৰেছ নেদোকাটো হৈ পৰিছ।

ইয়াল্‌মাৰ : নোদোকানো কি হ'বি? অৱশ্যে আগৰ তুলনাত এতিয়া মোক মানুহ যেন দেখা গৈছে।

গ্ৰেইৰ্ঘেছ : বাহিৰত দেখাততো ভালেই লাগিছে।

ইয়াল্‌মাৰ : *(বিষাদৰ সুৰত)* ভিতৰৰ মানুহটো একা? দুইটাৰ মাজত বহুত তফাৎ, গ্ৰেইৰ্ঘেছ। আমি দুয়ো এৰা এৰি হোৱাৰ পাছত মোৰ আৰু মোৰ পৰিয়ালৰ ওপৰেদি কি যে প্ৰলয়ংকাৰী ধুমুহা পাৰ হৈ গ'ল,

তোক কি ক'ম।

গ্ৰেইৰ্ঘেছ : *(সকৰুণে)* তোৰ দেউতাৰা কেনে আছে অ'।

ইয়াল্‌মাৰ : নোসোধাই ভাল। দুৰ্ভগীয়া দেউতা মোৰ, মোৰ লগতেই আছে। অৱলম্বন হিচাপে পৃথিৱীখনত তেওঁৰ আৰু আন কোনোৱেই নাই। দেউতাৰ কথা ক'বলগা হ'লে মই বৰ কষ্ট পাওঁ। বাদ দে সেইবোৰ। এতিয়া কচোন তোৰ হ্যোইডালৰ কাৰখানাৰ জীৱন কেনে চলিছে?

গ্ৰেইৰ্ঘেছ : অপূৰ্ব নিঃসংগতা। কি যে মজাৰ নিঃসংগতা। নানা ধৰণৰ লাগ-বান্ধ নোহোৱা কথা পাগুলি থাকিবলৈ অফুৰন্ত অৱকাশ। আহ ইয়ালৈকে আহ, আমি অলপ আৰামকৈ বহোঁ।

*(গ্ৰেইৰ্ঘেছ জুহালৰ ওচৰৰ এখন আৰামী চকীত বহে আৰু ইয়াল্‌মাৰক কাষৰ চকীখনত বহুৱাই।)*

ইয়াল্‌মাৰ : *(আবেগেৰে)* যি কি নহওঁক গ্ৰেইৰ্ঘেছ, আজি তই মোক ইয়ালৈ মতাৰ বাবে মই তোৰ ওচৰত কৃতজ্ঞ। ইয়াতো বুজিলো তোৰ মনত মোৰ প্ৰতি বেয়া ভাব আৰু নাই।

গ্ৰেইৰ্ঘেছ : কিনো ক'ব অ'। তোৰ প্ৰতি মোৰ বেয়া ভাবনো কিয় থাকিব?

ইয়াল্‌মাৰ : প্ৰথম কেইবছৰমান যে আছিল নিজেই জান।

গ্ৰেইৰ্ঘেছ : প্ৰথম কেইবছৰ?

ইয়াল্‌মাৰ : সেই কেলেংকাৰীটোৰ পাছত। ফলত মোৰ প্ৰতি বিৰূপ ভাব ওপজাটো খুবেই স্বাভাৱিক আছিল। বিশেষকৈ যেতিয়া তাৰ লগত তোৰ দেউতাও সাঙোৰ খাওঁ খাওঁ হৈছিল। কাণে কাণেহে সাৰি গৈছিল।

গ্ৰেইৰ্ঘেছ : সেই বুলি তোৰ প্ৰতি তেনে ভাব কিয় হ'বলৈ যাব ইয়াল্‌মাৰ ? তোৰ মুখত এইবিলাক কথা কোনে সুমুৱালে?

ইয়াল্‌মাৰ : মই জানো তোৰ তেনে ভাব হৈছিল। তোৰ দেউতাৰে সেই কথা মোক নিজে কৈছিল।

গ্ৰেইৰ্ঘেছ : *(স্তম্ভিত হয়)* মোৰ দেউতাই, তেওঁ তেনেদৰে কৈছিল? অ' আৰু সেইবাবেই তই মোলৈ কেতিয়াও চিঠি লিখা নাছিলি— এটা আখৰো নহয়?

ইয়াল্‌মাৰ : হয়।

গ্ৰেইৰ্ঘেছ : আনকি তই ফটোগ্ৰাফাৰ হোৱাৰ কথাটোওতো মোক জনোৱা নাই।

ইয়াল্‌মাৰ : তোক কোনো খবৰেই নিদিবলৈ দেউতাৰে মোক দঢ়াই কৈছিল।

গ্ৰেইৰ্ঘেছ : *(ইয়াল্‌মাৰৰ মুখামুখি হৈ)* হয়তো তেওঁৰেই শুদ্ধ। বাৰু কচোন, এতিয়া কেনে লাগিছে? সকলো ভালদৰে চলিছে নিশ্চয়?

ইয়াল্‌মাৰ : *(হুমুনিয়াহ কাঢ়ি)* নিশ্চয়। এইটো মই স্বীকাৰ কৰিব লাগিব। প্ৰথমতে আচহুৱা যেন লাগিছিল। নতুন অৱস্থাৰ সৈতে নিজকে খাপ খুৱাই লবলৈ টান পাইছিলো। কিন্তু উপায় কি? দেউতাৰ সেই লাজ লগা কেলেংকাৰী, দহৰ আগত মুখ উলিয়াব নোৱাৰা অৱস্থা, এইবোৰৰ পিছত আমাৰ জীৱন আৰু সেই আগৰ জীৱন হৈ থকাটো সম্ভৱ নাছিল।

গ্ৰেইৰ্ঘেছ : *(উপলব্ধিৰ সুৰত)* এৰা, মই বুজি পাইছো।

ইয়াল্‌মাৰ : পঢ়া এৰিবলগীয়া হ'ল। পা-পইচা নাই। চাৰিওফালে ধাৰ-ঋণ বিশেষকৈ তোৰ দেউতাৰৰ ওচৰত।

গ্ৰেইৰ্ঘেছ : হুম্।

ইয়াল্‌মাৰ : অতীতৰ সৈতে সকলো সম্বন্ধ ছিঙি নতুনকৈ জীৱন আৰম্ভ কৰা ভাল হ'ব বুলি ভাবিলো। তোৰ দেউতাৰেও যথেষ্ট উদ্‌গনি দিলে — বিশেষকৈ মোৰ কাৰবাৰত তেখেতে —

গ্ৰেইর্ঘেছ : দেউতাই?

ইয়াল্‌মাৰ : ফটোগ্ৰাফী শিকিবলৈ মইনো টকা পালো ক'ত? ষ্টুডিঅ' সাজি কাৰবাৰটো চলাবলৈ যথেষ্ট ধন লাগে।

গ্ৰেইর্ঘেছ : তাৰ মানে দেউতাই তোক টকা দিও সহায় কৰিছে?

ইয়াল্‌মাৰ : তই ক'ব নোৱাৰ নেকি? তেখেতে দেখোন তোলৈ এই বিষয়ে লিখা বুলি কৈছিল।

গ্ৰেইর্ঘেছ : ঘুণাক্ষৰেও মোক এই কথা জনোৱা নাই। হয়তো পাহৰিলে। আমিতো চিঠিত কাৰবাৰৰ কথাৰ বাহিৰে আন একো নিলিখো। তেন্তে সচাই মোৰ দেউতাই —

ইয়াল্‌মাৰ : এৰা তেৱেঁই; এইবোৰ কথা আনে জানক সেইটো তেওঁ কেতিয়াও বিচৰা নাছিল। শুন, আনকি তেওঁ মোৰ বিয়াখনো পাতি দিছে। মোৰ বিয়াৰ খবৰটোও চাগে তই পোৱা নাই?

গ্ৰেইর্ঘেছ : মই কোনো খবৰেই পোৱা নাই। *(ইয়াল্‌মাৰক বাহু বন্ধনত লৈ)* তোক মই বুজাব নোৱাৰিম ইয়াল্‌মাৰ, এইবিলাক শুনি মোৰ কিমানযে ভাল লাগিছে — আৰু অৱশ্যে বেয়াও লাগিছে। এই ভাবি যে কিছুমান কথাত মই দেউতাক এনেয়েই বেয়া পাই আছিলো। তোক এনেদৰে সহায় কৰি প্ৰমাণ কৰিছে যে হৃদয় বোলা বস্তুটো তেওঁৰ আছে। তেওঁৰ বিবেক এটা থকাৰ উদাহৰণো পোৱা গ'ল।

ইয়াল্‌মাৰ : বিবেক?

গ্ৰেইৰ্ঘেছ : বেয়া পাইছ যদি তোৰ যি ইচ্ছা সেই শব্দ প্ৰয়োগ কৰিব পাৰ। মুঠতে দেউতাৰ বিষয়ে এইখিনি কথা শুনি মোৰ খুব ভাল লাগিছে। বাৰু, এতিয়া তেনেহ'লে তই বিয়া কৰোৱা মানুহ। মোৰ হ'লে এইফেৰা কামলৈ আৰু বহুদিন লাগিব। কচোন বিবাহিত জীৱন কেনে লাগিছে।

ইয়াল্‌মাৰ : খু-উ-ব সুখী মই। মোৰ গীণাৰ দৰে ধুনীয়া আৰু কামিলা ঘৈণী এজনী পাবলৈ যিকোনো পুৰুষেই কামনা কৰিব। আৰু তেওঁ শিক্ষিত নহয় বুলিও নাভাবিবি দেই।

গ্ৰেইৰ্ঘেছ : *(অলপ আচৰিত হৈ)* নাই, নাই, কেলেই ভাবিম?

ইয়াল্‌মাৰ : বুজিছ, জীৱনৰ পৰাও শিক্ষা আহৰণ কৰিব পাৰি। তেওঁ মোৰ লগত থাকি আৰু মাজে মাজে কিছু জনা বুজা মানুহক লগ পাই বহুত কথা শিকিছে। তই চাবি, গীণা আৰু আগৰ গীণাজনী হৈ থকা নাই।

গ্ৰেইৰ্ঘেছ : গীণা?

ইয়াল্‌মাৰ : অ'। তাইৰ নাম যে গীণা তোৰ মনত নাইনে?

গ্ৰেইৰ্ঘেছ : গীণা কোন? মই চিনি পোৱা নাই।

ইয়াল্‌মাৰ : তই পাহৰিলিনে? তাই যে তহঁতৰ এইখন ঘৰত এসময়ত কাম কৰিছিল?

গ্ৰেইৰ্ঘেছ : *(ইয়াল্‌মাৰলৈ চাই)* গীণা হানছেন?

ইয়াল্‌মাৰ : অ' ও, গীণা হানছেন।

গ্ৰেইৰ্ঘেছ : মানে যিজনী ছোৱালীয়ে মোৰ মা বেমাৰত পৰাৰ বছৰটোত আমাৰ গৃহস্থলী চাইছিল?

ইয়াল্‌মাৰ : হয়, অ'। কিন্তু মই ভাবিছিলো তোৰ দেউতাৰে

অন্তত মোৰ বিয়াৰ কথা তোলে লিখিব।

গ্ৰেইৰ্ঘেছ : *(বহাৰ পৰা থিয় হয়)* লিখিছিল হয়, কিন্তু তোৰ যে— *(মঞ্চৰ সন্মুখ আৰু পিছফালে অহা যোৱা কৰে)* অ', ৰ'বি ৰ'বি — এতিয়া মোৰ অলপ অলপ মনত পৰিছে— বোধকৰো তেওঁ জনাইছিল কথাটো। মানে — দেউতাই মোলৈ সদায় বৰ চুটিকৈ লেখে। *(ইয়াল্‌মাৰ বহি থকা চকীখনৰ হেণ্ডেলত বহে।)* বাৰু কচোন, তই গীণা- মানে তোৰ ঘৈণীয়েৰক লগ পালি কেনেকৈ?

ইয়াল্‌মাৰ : কাহিনীটো তেনেই সৰল। প্ৰকৃততে গীণা তহঁতৰ ইয়াত সৰহ দিন থকা নাছিল। তোৰ মাৰ ঢুকোৱাৰ আগৰ বছৰটোত — নহয়, নহয়, একে বছৰতে। তেওঁ বেমাৰত পৰাৰে পৰা তহঁতৰ ঘৰৰ সকলো ওলট-পালট হৈ গ'ল, গীণাই চম্ভালিব নোৱাৰি কামটো এৰি দিয়ে।

গ্ৰেইৰ্ঘেছ : হয়, মা, ঢুকোৱাৰ বছৰতেই। মই তেতিয়া হ্যোইডালৰ কাৰখানাত আছো। তাৰ পাছত?

ইয়াল্‌মাৰ : কাম এৰাৰ পাছত তাই আহি আছিল মাকৰ লগত। বৰ কৰ্মী মানুহ আছিল মাক গৰাকী। তেওঁৰ এখন ৰেষ্টুৰেণ্ট আছিল আৰু ভাড়ালৈ দিব পৰা ধুনীয়া আৰু স্বচ্ছন্দে থাকিব পৰা কোঠা এটাও আছিল —

গ্ৰেইৰ্ঘেছ : আৰু তই তাতে থাকিবলৈ ললি?

ইয়াল্‌মাৰ : অবশ্যে তাত থকাৰ পৰামৰ্শটো দেউতাৰেই দিছিল। আৰু তাতেই গীণাৰ লগত চা-চিনাকি।

গ্ৰেইৰ্ঘেছ : তাৰেই পৰিণতিত প্ৰেম নহয়নে?

ইয়াল্‌মাৰ : ডেকা-ডেকেৰী প্ৰেমত পৰিবলৈনো কিমান দিন লাগে?

গ্ৰেইর্ঘেছ : *(আকৌ থিয় হয় আৰু খোজ কাঢ়িবলৈ লয়)* হুম। বাৰু কচোন দেউতাই যে তোক উদ্‌গনি দিছিল — মানে তই যে ফটোগ্ৰাফী শিকাৰ কথা চিন্তা কৰিছিলি সেইটো বিয়াৰ বন্দোবস্ত হোৱাৰ আগত নে পাছত?

ইয়াল্‌মাৰ : পাছত। মই স্থায়ী কিবা এটা কৰিবলৈ উত্ৰাৱল হৈ পৰিছিলো। তেতিয়া তোৰ দেউতাৰ আৰু মই ভাবি উলিয়ালো যে ফটোগ্ৰাফীতেই আটাইতকৈ বেছি সুযোগ। গীণায়ো সন্মতি দিলে। অ' আৰু এটা কাৰণ আছিল, গীণাৰ ফটো ৰিটাচ্চিঙৰ ট্ৰেইনিং লোৱা আছিল।

গ্ৰেইর্ঘেছ : সৌভাগ্যপূৰ্ণ সংযোগ, নহয়নে বাৰু?

ইয়াল্‌মাৰ : *(সুখী যেন লগা সুৰত কথা কৈ বহাৰ পৰা থিয় হয়)* সঁচাকৈয়ে। সকলো ফালেদি মোৰ বৰ সুবিধা হৈছিল।

গ্ৰেইর্ঘেছ : দেউতাকো যেনিবা পাইছিলি ভগবানৰ আশীৰ্বাদ স্বৰূপে?

ইয়াল্‌মাৰ : *(আবেগেৰে)* ঠিকেই কৈছ ভাই। তেওঁ নিজৰ পুৰণা বন্ধুৰ ল'ৰাৰ বিপদৰ সময়ত তাক এৰি দিয়া নাছিল। হৃদয়বান মানুহ তেওঁ।

ফ্ৰু ছাৰাৰ্‌বি : *(ডাঙৰ ভেৰ্‌লেৰ বাহুবন্ধনত কথা পাতি সোমাই আহে।)* জেদ নধৰিব হেৰ ভেৰ্‌লে। তাত বৈ লাইটবিলাকলৈ থৰ হৈ চাই থকা ঠিক নহয়। আপোনাৰ চকুৰ কাৰণে বেয়া।

ভেৰ্‌লে : *(ফ্ৰু ছাৰাৰ্‌বিৰ গাৰ পৰা হাতখন আঁতৰাই আনি নিজৰ চকুৰ ওপৰত ফুৰায়)*। এৰা, তুমি ঠিকেই কৈছা।

শকত আলহী : *(ফ্ৰু ছাৰাৰ্‌বিৰ ফালে আহি থাকে)*। ফ্ৰু ছাৰাৰ্‌বি, ধূমপাণৰ পবিত্ৰ অধিকাৰৰ পৰা আমাক বঞ্চিত

কৰিবলৈ আপুনি বোলে দৃঢ় সিদ্ধান্ত লৈছে?

ফ্ৰু ছাবাৰ্বি : হয়। ভেৰ্লে ডাণ্ডৰীয়াৰ এইটো কোঠাত পাইপ, চুৰট আদি হোপা নিষেধ।

পাতল চুলি : ধপাত সম্পৰ্কে এনে নিষ্ঠুৰ আইন আপুনি কেতিয়া বলবৎ কৰিলে মিছেছ ছাবাৰ্বি?

ফ্ৰু ছাবাৰ্বি : আমাৰ যোৱা বেলি ডিনাৰত দুই-চাৰিজন ভদ্ৰলোকে অত্যাধিক ধপাত খাইছিল, সকলো মাত্ৰা চেৰাই গৈছিল। তাৰ পাছৰ পৰাই এই সিদ্ধান্ত।

পাতল চুলি : আমি যদি অলপ বেআইনী কৰো? অকণমান?

ফ্ৰু ছাবাৰ্বি : নহয়, বাপ্লে ডাণ্ডৰীয়া, কণমাণো নহয়। *(আনবিলাক আলহীৰ কোঠাটোলৈ সোমাই অহাৰ গুণগুণনি)।*

*(ইতিমধ্যে প্ৰায়বিলাক আলহীয়েই ভেৰ্লে ডাণ্ডৰীয়াৰ পঢ়াশালীত প্ৰৱেশ কৰিছে। লগুৱাবিলাকে মদৰ গিলাচ পৰিবেশন কৰে।)*

ভেৰ্লে : *(টেবুলখনৰ সিটোফালে থকা ইয়াল্‌মাৰক উদ্দেশ্য কৰি)*। তাত কি চাইছা ইয়াল্‌মাৰ এইক্‌ডাল।

ইয়াল্‌মাৰ : এলবাম এখন চাইছোঁ।

পাতল চুলি : *(তেওঁ কোঠাটোত ঘূৰিপকি আছে)* হা বহুত ফটো। এইবিলাক অৱশ্যে তুমি ৰসপোৱা বিষয়, ইয়াল্‌মাৰ।

শকত আলহী : আমাৰ কাৰো কোনো ফটো তুমি লগত অনা নাইনে এইক্‌ডাল?

*(শকত আলহী গৰাকীয়ে আৰামী চকী এখনত বহি লৈছে।)*

ইয়াল্‌মাৰ : নাই অনা।

শকত আলহী : আনিব লাগিছিল, চকী এখনত বহি লৈ এখন এখনকৈ ফটো চোৱাটো হজমৰ বাবে বৰ উপযোগী।

পাতল চুলি : আৰু ই সৰ্বসাধাৰণৰ মনোৰঞ্জনো কৰে।

আঁতৰৰ বস্তু দেখা

নোপোৱা আলহী : আৰু সকলো বৰঙণি ধন্যবাদেৰে গ্ৰহণ কৰা হয়।

ফ্ৰু ছাৱাৰ্বি : মিঃ এইক্ডাল, এওঁলোকে ভাবে যে ডিনাৰলৈ আমন্ত্ৰিত অতিথিয়ে এনেকুৱা কিবা এটা দেখুৱাব লাগে যাৰ দ্বাৰা তেওঁক মতাৰ সাৰ্থকতা প্ৰমাণিত হয়।

শকত আলহী : অৰ্থাৎ তাৰ বিনিময়ত আছে সুস্বাদু আহাৰৰ আনন্দ।

পাতল চুলি : বিশেষকৈ ই যেতিয়া জীয়াই থকাৰ সংগ্ৰামত পৰিণত হয় —

ফ্ৰু ছাৱাৰ্বি : ঠিক, ঠিক, আপুনি ঠিকেই কৈছে। *(তেওঁলোকে হাঁহি-মস্কৰা কৰি থাকে)*।

গ্ৰেইৰ্ঘেছ : *(আনে নুশুনাকৈ ইয়াল্মাৰক)*। তই এই বিলাকত যোগ দিব লাগে।

ইয়াল্মাৰ : *(চকু কোঁচ খুৱাই)* কি বুলিনো মই তাত যোগ দিম?

শকত আলহী : ভেৰ্লে ডাঙৰীয়া, আনবোৰ মদৰ তুলনাত টোকেই বৰ সুস্বাদু মদ বুলি ক'ব পাৰি —

ভেৰ্লে : অন্তত আজি যি টোকেই আপোনালোকে খালে নিশ্চয় মন কৰিছে যে এই টোকেই তৈয়াৰ কৰা হৈছে আঙুৰৰ খেতি খুব ভাল হোৱা কোনোবা এটা বছৰত।

শকত : সঁচায়ে দেই, ইয়াৰ গোন্ধটো বৰ ভাল।

ইয়াল্মাৰ : *(কওঁ নকওঁকৈ)* তাৰ মানে ভিন ভিন বছৰত তৈয়াৰী টোকেইৰ সোৱাদৰো তাৰতম্য হয়?

শকত : *(ডাঙৰকৈ হাঁহি)* এইয়াহে আমাৰ পথলৈ আহিছে।

ভেৰ্লে : *(মৃদু হাঁহিৰে)* এতিয়া বুজা গ'ল আমাৰ ইয়াল্মাৰক ভাল জাতৰ মদ খুউৱা মানে অপচয় কৰা।

পাতল চুলি : টোকেই আঙুৰ তোমাৰ ফটোবিলাকৰ দৰেই এইকডাল। দুয়োকে লাগে ৰ'দৰ পোহৰ। নহয়নে বাৰু?

ইয়াল্‌মাৰ : হয়, পোহৰ ফটোগ্ৰাফীৰ এটা গুৰুত্বপূৰ্ণ দিশ।

ফ্ল ছাৰাৰ্‌বি : তেনেহ'লে আমাৰ ইয়াত উপস্থিত চৰকাৰী পদবীত থকা মহোদয়সকলকো তাৰ লগত ৰিজাব পাৰি। আপোনালোক আটায়ে ৰাজ দৰবাৰৰ অনুগ্ৰহ নামৰ ৰ'দত তাপ পাবলৈ আশা পালি থাকে।

পাতল চুলি : এ, নাই, নাই — এইটো বৰ পুৰণা মস্কৰা দেই।

চকুৰে কম দেখা : ভদ্ৰ মহিলা পুৰা খোছ মিজাজত আছে।

শকত : আৰু আমাক লৈ ঠাট্টা কৰিছে। *(আঙুলি জোকাৰি)* না না না বেৰ্টে শ্ৰীমতী, এইটো নচলিব।

ফ্ল ছাৰাৰ্‌বি : আপোনালোকৰ ক্ষেত্ৰত আৰু এটা কথাও খাটে, ভিন ভিন বছৰৰ মদৰ সোৱাদতো বিৰাট ডাঙৰ পাৰ্থক্য। পুৰণি মদেই আটাইতকৈ সুস্বাদু।

চকুৰে কম দেখা : আপুনি মোক পুৰণিৰ দলত পেলালেনে ফ্ল ছাৰাৰ্‌বি?

ফ্ল ছাৰাৰ্‌বি : নাই, নাই একেবাৰেই নহয়।

পাতল চুলি : সকলোৱে শুনিলেনে? কিন্তু মৰমৰ ছাৰাৰ্‌বি, মোক কোন দলত থ'লে?

শকত : আৰু মোক? আমি দুয়ো কেনেকুৱা বছৰৰ?

ফ্ল ছাৰাৰ্‌বি : মিঠা, খুব মিঠা বছৰৰ। *(তেওঁ এঢোক পাঞ্চ খায়, আলহীবিলাকে তেওঁৰ সৈতে হাঁহি মস্কৰা কৰি থাকে)।*

ভেৰ্‌লে : ছাৰাৰ্‌বিয়ে ইচ্ছা কৰিলে বেয়া পৰিস্থিতিৰ পৰা ধুনীয়াকৈ ওলাই আহিব পাৰে। হা-ৰে, হা-ৰে, আপোনালোকে ইয়াতেই নেসামৰিব, পেটৈৰ্‌ছেন,

তেওঁলোকৰ গিলাচবিলাক ভৰ্ত্তি কৰি দিয়া। — গ্ৰেইৰ্ঘেছ আহ, মোৰ লগত বহি অলপ খাবি। *(গ্ৰেইৰ্ঘেছৰ কোনো প্ৰতিক্ৰিয়া নাই)* অ', তই ইচ্ছা কৰা নাই। বাৰু ইয়াল্‌মাৰ, তুমিও আমাৰ লগত যোগ নিদিয়া নেকি? ডিনাৰৰ সময়তো তোমাৰ লগত মই মদ খাবলৈ পোৱা নাই।

*(অফিছৰ হিচাপ ৰক্ষক গ্ৰবেৰ্গে ব্যক্তিগত ব্যৱহাৰৰ দুৱাৰখনেদি ভুমুকি মাৰে।)*

গ্ৰবেৰ্গ : ছাৰ মাফ কৰিব, মই ওলাব পৰা নাই।

ভেৰ্‌লে : তুমি আকৌ তলা বন্ধ হৈ পৰিলা নেকি?

গ্ৰবেৰ্গ : হয়, ছাৰ। ইপিনে ফ্লেগষ্টাডেও চাবিকোছা লৈ ক'ৰবালৈ গুছি গৈছে।

ভেৰ্‌লে : হ'ব বাৰু, এই ফালেদিয়েই আহা।

গ্ৰবেৰ্গ : মোৰ লগত আৰু এজন মানুহ আছে ছাৰ —

ভেৰ্‌লে : আহা আহা, দুয়ো আহা। আমাৰ কথা ভাবিব নালাগে।

*(গ্ৰবেৰ্গ বৃদ্ধ এইক্‌ডালক লগত লৈ অফিছ কোঠাৰ পৰা ওলাই আহে। ভেৰ্‌লেৰ মুখৰ পৰা অসংযত এটা বিৰক্তিৰ শব্দ ওলাই পৰে।)*

ভেৰ্‌লে : আস, ধেৎ।

*(হাঁহি-মস্কৰা বন্ধ হৈ যায় হঠাতে। ইয়াল্‌মাৰে দেউতাকক দেখা পায়েই, হাতৰ গিলাচ থৈ দিয়ে আৰু জুহাললৈ উলটি যায়। বৃদ্ধ এইক্‌ডালে মজিয়াৰ পিনে চাই থাকি অপ্ৰস্তুত হোৱাৰ দৰে সম্ভ্ৰম জ্ঞাপনৰ ভংগীমাৰে আগফালে অলপ ভাঁজ হৈ মূৰটো সোঁৱে-বাওঁৱে দোঁৱাই 'বাউ' কৰে আৰু বিব্ৰত হোৱা সুৰত ভোৰভোৰাই গ্ৰবেৰ্গৰ সৈতে ওলাই যায়।)*

বৃদ্ধ এইক্‌ডাল : ক্ষমা কৰিব - ভুল বাটেৰে অহা হ'ল - দুৱাৰখন বন্ধ - ক্ষমা কৰিব। *(প্ৰস্থান)*

ভেৰ্‌লে : *(দাঁত কৰচি)* জহন্নামে যাওক কেলেহুৱা গ্ৰবের্গ।

গ্ৰেইগৰ্ছে : *(মুখখন মেল খোৱা আৰু চকু স্থিৰ, ইয়াল্‌মাৰক)* ইয়াল্‌মাৰ, এইজন কেতিয়াও সেইজন হ'ব নোৱাৰে নিশ্চয় —

শকত : কি হ'ল? মানুহটো কোন?

গ্ৰেইগৰ্ছে : একো হোৱা নাই, একাউণ্টেণ্ট আৰু এজন মানুহ।

পাতল চুলি : *(ইয়াল্‌মাৰক)* তেওঁ তোমাৰ কোনোবা বন্ধু নেকি ইয়াল্‌মাৰ ?

ইয়াল্‌মাৰ : মই চিনি নাপাও — মই মন কৰা নাই।

*(শকত আলহীগৰাকীয়ে বহাৰ পৰা উঠি)* হেৰা, ঘটনা কি?

*(এতিয়া ফুচ্‌ফুচাই কথা পাতি থকা আনবিলাকৰ ওচৰলৈ যায়। কিছুমান আলহীয়ে ফুচ্‌ফুচাই কথা পাতে।)*

ফ্ৰু ছাৰাব্‌বি : *(ফুচ্‌ফুচাই পেটেৰ্‌ছেনক)* পেটেৰ্‌ছেন। তেওঁক কিবা এটা লগত দিয়াহে, ভাল বস্তু এটা।

পেটেৰ : ভাল ফ্ৰু ছাৰাব্‌বি। *(প্ৰস্থান)*

গ্ৰেইগৰ্ছে : *(ইয়াল্‌মাৰক ফুচ্‌ফুচ কৰি কঁপি থকা মাতেৰে)* তেনেহ'লে এইজন তেৱেঁই আছিল, ইয়াল্‌মাৰ ?

ইয়াল্‌মাৰ : এৰা।

গ্ৰেইগৰ্ছে : তথাপি তই দেখোন তাতেই থিয়দি থাকিলি আৰু তেওঁক নিচিনো বুলি কলি।

ইয়াল্‌মাৰ : *(অলপ ডাঙৰকৈ ফুচ্‌ফুচাই)* মইনো কেনেকৈ নিজৰ পিতৃৰ পৰিচয় স্বীকাৰ কৰো? *(তিক্ত কণ্ঠত)* মোৰ ঠাইত তই হোৱাহেঁতেন তইও *(ফুচ্‌ফুচাই থকা*

*আলহী কেইজনে এতিয়া বিশেষ চেষ্টাৰে ডাঙৰকৈ কথা আৰম্ভ কৰে।)*

পাতল চুলি : *(আগবাঢ়ি আহি ইয়াল্‌মাৰ আৰু গ্ৰেইৰ্ঘেছৰ লগত কোমল কণ্ঠত কথা পাতে)*। হঁা — তোমালোক দুয়ো নিশ্চয় তোমালোকৰ কলেজীয়া দিনৰ কথা পাতিছা। হয় নে নহয়? ইয়াল্‌মাৰ এইক্‌ডাল, হোঁ, চুৰট এটা হোঁপা। মই জ্বলাই দিওঁনে? ওঃ হো ও ও, মই পাহৰিছিলোৱেই, ধূমপান নিষেধ।

ইয়াল্‌মাৰ : এনেয়েও আপোনাক ধন্যবাদ, মই এতিয়া চুৰট নাখাওঁ।

শকত : তুমি ভাল চাই, চুটি কবিতা এটি আবৃত্তি কৰিবানে এইক্‌ড়াল? এইটো দিশত তোমাৰ বেচ প্ৰতিভা আছিল নহয় জানো?

ইয়াল্‌মাৰ : মাফ কৰিব মোৰ একো মনত নাই।

শকত : এহ-হে-হে, শুনি বৰ দুখ পালো, এতিয়া আমি কি কৰিম?

পাতল চুলি : ব'লা আমি সৌটো কোঠালৈ যাওঁ। *(দুয়ো গুচি যায়)*।

ইয়াল্‌মাৰ : *(বিষাদৰ সুৰত)* ময়ো যাওঁ গ্ৰেইৰ্ঘেছ। ভাগ্যই মোক যিপাত শেলেৰে হানিছে - তাৰ কথা তোক কি ক'ম? বাৰু, যাওক সেই কথা — মই আহিলো। দেউতাৰক ক'বি।

গ্ৰেইৰ্ঘেছ : কম বাৰু। তই এতিয়া পোনে পোনে ঘৰলৈ যাবিনে?

ইয়াল্‌মাৰ : অঁ, কেলেই?

গ্ৰেইৰ্ঘেছ : ময়ো ওলাবগৈ পাৰো।

ইয়াল্‌মাৰ : নাই, নাই নাযাবি ভাই। মোৰ ঘৰত ৰং-ৰহইচৰ সোৱাদ নাপাবি। বিশেষকৈ আজিৰ এই ৰাজসিক

ভোজমেলৰ পাছত। নালাগে ভাই গ্ৰেইৰ্ঘেছ। আমি বাহিৰত ক'ৰবাত যিকোনো এদিন লগ পাব পাৰিম।

ফ্ৰু ছাৱাৰ্‌বি : *(তেওঁলোকৰ ওচৰলৈ আহি সকলৈকে কয়)*। আপুনি যাবলৈ ওলাল নেকি হেৰ এইক্‌ডাল?

ইয়াল্‌মাৰ : হয়।

মিছেছ ছ'ৰ্‌বি : গীণাক মোৰ কথা ক'ব।

ইয়াল্‌মাৰ : নিশ্চয় কম, ধন্যবাদ।

ফ্ৰু ছাৱাৰ্‌বি : আৰু ক'ব যে মই সোনকালে এদিন তাইক লগ পাবলৈ যাম।

ইয়াল্‌মাৰ : বাৰু। *(গ্ৰেইৰ্ঘেছক)* গ্ৰেইৰ্ঘেছ ইয়াতে থাক। কোনেও গম নোপোৱাকৈ মই ওলাই যাম। *(আনটো কোঠাইদি ইয়াল্‌মাৰ ওলাই যায়)*।

ফ্ৰু ছাৱাৰ্‌বি : *(পেটেৰ্‌ছেন উভতি অহা দেখি)* পেটেৰ্‌ছেন, বুঢ়া মানুহজনক ঘৰলৈ বুলি কিবা এটা লৈ যাবলৈ দিলানে?

পেটৰ্‌ছেন : দিলো। তেওঁক এবটল ব্ৰেণ্ডি দিলো।

মিছেছ ছাৱাৰ্‌বি : এঃ তুমি তাতকৈ ভাল কিবা এটা দিব লাগিছিলহে।

পেটৰ্‌ছেন : নহয় আইদেউ, তেওঁ ব্ৰেণ্ডি খাবলৈ আটাইতকৈ ভাল পায়, মই জানো।

*(শকত আলহীজনে হাতত এখন সংগীতৰ স্বৰলিপি লৈ কোঠা দুটাৰ মাজৰ অহা যোৱা কৰা দুৱাৰমুখত থিয় দিছে।)*

শকত : আমি এটা দ্বৈত সংগীত বজাওনে ফ্ৰু ছাৱাৰ্‌বি?

মিছেছ ছ'ৰ্‌বি : অঁ বাৰু, ব'লক।

আলহীবৃন্দ : ব্ৰাভো ব্ৰাভো।

*(ফ্ৰু ছাৱাৰ্‌বি শকত আলহীজন আৰু আন সকলো আলহীয়ে নিজৰ মাজত কথা পাতি পঢ়া কোঠাটোৰ*

*পৰা ওলাই যায়।)*

*(গ্ৰেইৰ্ঘেছ জুহালৰ ওচৰত থিয় হৈ থাকে। দেউতাক ডাণ্ডৰ ভেৰ্‌লেই মেজখনৰ ওপৰত কিবা বিচাৰিছে আৰু গ্ৰেইৰ্ঘেছ কোঠাৰ পৰা ওলাই যোৱালৈ বৈছে যেন লাগিছে, কিন্তু গ্ৰেইৰ্ঘেছৰ যোৱাৰ কোনো লক্ষণ নাই; তেতিয়া ভেৰ্‌লেই নিজেই সিটো কোঠালৈ যাবলৈ দুৱাৰৰ পিনে আগুৱায়।)*

গ্ৰেইৰ্ঘেছ ঃ দেউতা, অলপ ৰ'বা।

ভেৰ্‌লে ঃ *(বৈ যায়)* অ' কি হ'ল?

গ্ৰেইৰ্ঘেছ ঃ তোমাৰ লগত মোৰ কথা আছে।

ভেৰ্‌লে ঃ কাইলৈ ক'লে নহ'বনে?

গ্ৰেইৰ্ঘেছ ঃ নাই, নহ'ব। আমি দুয়ো লগ হোৱাৰ সুযোগ হয়তো আৰু কেতিয়াও নাপাম।

ভেৰ্‌লে ঃ *(ওচৰলৈ আহি)* তাৰ মানে?

*(দুয়োৰে পৰৱৰ্তী সংলাপৰ সময়ত আনটো কোঠাৰ পৰা ক্ষীণকৈ পিয়ানোৰ সংগীত ভাঁহি আহে)।*

গ্ৰেইৰ্ঘেছ ঃ দেউতা তুমি সেই পৰিয়ালটোক অতি দুখলগা অৱস্থাত পৰিবলৈ দিলা?

ভেৰ্‌লে ঃ তই এইক্‌ডাল পৰিয়ালৰ কথা কৈছ ছাগে?

গ্ৰেইৰ্ঘেছ ঃ অঁ। মই এইক্‌ডাল পৰিয়ালৰ কথা কৈছো। লে'ফটেনাণ্ট এইক্‌ডাল আৰু তুমি দেখোন একেবাৰে নলে গলে লগা বন্ধু আছিলা।

ভেৰ্‌লে ঃ এৰা, নলে গলে লগা বন্ধু হোৱাটোৱেইতো কাল হ'ল। তাৰ ভৰণি আজি মই বহু বছৰ ধৰি ভৰি আছো। মোৰ সুনাম আৰু সন্মানত সামান্যকৈ হ'লেও ক্ষতিগ্ৰস্ত কৰাৰ বাবে তেওঁ অৱশ্যেই মোৰ ধন্যবাদৰ পাত্ৰ।

গ্ৰেইৰ্ঘেছ : *(মাত সৰুকৈ)* কিন্তু, তেওঁৱেই একমাত্ৰ অপৰাধী আছিলনে?

ভেৰ্‌লে : আৰু কোন থাকিব পাৰে?

গ্ৰেইৰ্ঘেছ : বহু টকাৰ সেই কাঠৰ বন্দোবস্তিৰ সময়ত তোমালোক দুয়ো ব্যৱসায়ৰ অংশীদাৰ আছিলা?

ভেৰ্‌লে : কিন্তু তইতো জান কাঠৰ সেই 'কুপ'টোৰ তঞ্চকী নক্সাখন আঁকিছিল এইক্‌ডালে। চৰকাৰী ৰিজাৰ্ভৰ গছ বেআইনীকৈ কটাৰ বাবে দায়ী তেওঁ। প্ৰকৃততে গোটেই ব্যৱসায়টোৰে দায়িত্ব আছিল তেওঁৰ ওপৰত। লেফ্‌টেনাণ্ট এইক্‌ডালে কি কৰিছিল, মই একোৱেই গম পোৱা নাছিলো।

গ্ৰেইৰ্ঘেছ : লেফ্‌টেনাণ্ট এইক্‌ডালে কি কৰিছিল তেওঁ চাগে নিজেই নাজানিছিল।

ভেৰ্‌লে : হ'ব পাৰে। কিন্তু ঘটনা এয়েই যে তেওঁ দোষী প্ৰমাণিত হ'ল আৰু মই অভিযোগৰ পৰা মুক্ত হ'লো।

গ্ৰেইৰ্ঘেছ : হয়। তোমাৰ বিৰুদ্ধে কোনো প্ৰমাণ পোৱা নাছিল। মোৰ ভালকৈ মনত আছে।

ভেৰ্‌লে : ওঁ অভিযোগৰ পৰা মুক্তি মানেই মুক্তি। কিন্তু তই আকৌ সেই ভয়াবহ অতীতটো কিয় খুচৰিবলৈ গৈছ। এৰা, সেই দুৰ্যোগটোৰ বাবেই অকালতে মোৰ চুলিবোৰ পকিল। আজি অত বছৰে তই সেইটো কথাকে মনত লৈ আছ নেকি? শুন, এই চহৰৰ মানুহে পিছে সেই পুৰণি ঘটনাটো, বিশেষকৈ মই তাত জড়িত থকাৰ কথাটো একেবাৰেই পাহৰি পেলাইছে।

গ্ৰেইৰ্ঘেছ : কিন্তু সেই দুৰ্ভগীয়া পৰিয়ালটোৰ কথা?

ভেৰ্‌লে : মই বাৰু কি কৰিব লাগিছিল বুলি তই ভাব? জেলৰ

পৰা এইক্‌ডাল যেতিয়া ওলাই আহিল সি তেতিয়া এটা বিধ্বস্ত মানুহ। কাৰোবাৰ সহায় লৈ নিজক আকৌ গঢ়ি তোলাৰ শক্তিও সি হেৰুৱাই পেলাইছে। আচলতে তাৰ দৰে মানুহবোৰ, ভাগ্যৰ দোষত অলপ নিকাৰ ভুঞ্জিবলগীয়া হ'লেও একেবাৰে ভাগি পৰে। বিশ্বাস কৰ গ্ৰেইৰ্ঘেছ, মানুহৰ বু-বু, বা-বা আৰু সন্দেহৰ পৰা নিজকে ৰক্ষা কৰি যিখিনি কৰিব পাৰি সেই সকলোখিনি সিহঁতৰ কাৰণে মই কৰিছো।

গ্ৰেইৰ্ঘেছ : সন্দেহ? এৰা—

ভেৰ্‌লে : এইক্‌ডালক মই অফিছৰ নথি-পত্ৰ নকল কৰিবলৈ দিওঁ আৰু তাৰ বাবে তাৰ যিখিনি প্ৰাপ্য, মই তাতকৈ বহুত বেছিকৈ দিওঁ।

গ্ৰেইৰ্ঘেছ : *(দেউতাকলৈ নোচোৱাকৈ)* সেই বিষয়ে মোৰ কোনো সন্দেহ নাই। *(মৃদু হাঁহি)*।

ভেৰ্‌লে : হাঁহিছ যে? তই চাগে কথাটো বিশ্বাস কৰিব পৰা নাই? অৱশ্যে হয়, হিচাপৰ বহীবিলাকত তাৰ একো উল্লেখ নাই, কাৰণ, এনেবোৰ খৰচ হিচাপৰ বহীত দেখুৱাব নোৱাৰি।

গ্ৰেইৰ্ঘেছ : *(শেঁতা হাঁহিৰে)* ঠিকেই হিচাপ বহীত কিছুমান খৰচ নেদেখুৱা ভাল।

ভেৰ্‌লে : *(চক্ খাই)* তই কি ক'ব খুজিছ?

গ্ৰেইৰ্ঘেছ : *(অধিক আত্মবিশ্বাসেৰে)* ইয়াল্‌মাৰ এইক্‌ডালক ফটোগ্ৰাফী শিকাবলৈ কিমান ধন ভাঙিলা তাৰ হিচাপটো তোমাৰ হিচাপৰ বহীত আছেনে?

ভেৰ্‌লে : মই? মই কিয় তাৰ হিচাপ ৰাখিবলৈ যাম?

গ্ৰেইৰ্ঘেছ : কাৰণ মই এতিয়া নিশ্চিতভাৱে জানো, খৰচটো তুমিয়েই দিছিলা। আৰু মই এইটোও জানো আজি যে সি স্বচ্ছলভাৱে জীৱন কটাব পাৰিছে তাৰো

মূলতে তুমি।

ভেৰ্‌লে : তথাপিও তই ক'ব খোজ যে মই এইক্‌ডালহঁতৰ বাবে একো কৰা নাই। মনত ৰাখিবি, সেই পৰিয়ালটোৰ বাবে মোৰ বহু অৰ্থ ব্যয় হৈছে।

গ্ৰেইৰ্ঘেছ : কিন্তু দেউতা, ইমানবিলাক খৰচৰ কোনটোৰ হিচাপ তোমাৰ হিচাপৰ বহীত আছে, ক'বানে মোক?

ভেৰ্‌লে : কিয় সুধিলি?

গ্ৰেইৰ্ঘেছ : কাৰণ দেখা গ'ল তোমাৰ পুৰণি বন্ধু পুত্ৰই বিয়া কৰোৱাৰ কথা ভাবিবলৈ লওঁতেই তুমি তাৰ ভবিষ্যতটোক লৈ অতি উৎসাহী হৈ পৰিলা নহয়নে?

ভেৰ্‌লে : হা-ৰে...। ইমান দিনৰ আগৰ কথা মোৰ—

গ্ৰেইৰ্ঘেছ : সেই সময়ত তুমি মোলৈ এখন চিঠি দিছিলা — অৱশ্যে যথাৰীতি ব্যৱসায় সংক্ৰান্ত চুটি চিঠি। তাৰ তলত 'পুন' ঃ বুলি লিখি মাত্ৰ দুটা এটা শব্দেৰে মোক জনাইছিলা যে ইয়াল্‌মাৰে কোনোবা শ্ৰীমতী হানছেনক বিয়া কৰাইছে।

ভেৰ্‌লে : তাত মিছা কি পালি? তাইৰ নামটো হানছেনেই।

গ্ৰেইৰ্ঘেছ : কিন্তু তুমি ঘুণাক্ষৰেও উল্লেখ কৰা নাছিলা যে এই শ্ৰীমতী হানছেনেই পূৰ্বতে আমাৰ ঘৰৰ গৃহস্থালী চলোৱা গীণা হানছেন।

ভেৰ্‌লে : *(শলঠেকত পৰা মানুহে ফালৰি কাটিবলৈ চষ্টা কৰাৰ দৰে বিদ্ৰূপ মিহলোৱা হাঁহিৰে)* আমাৰ প্ৰাক্তন গৃহ পৰিচাৰিকাৰ প্ৰতি তোৰ বিশেষ আগ্ৰহ আছিল বুলি মই জনা নাছিলো নহয়।

গ্ৰেইৰ্ঘেছ : মযো জনা নাছিলো। *(কণ্ঠস্বৰ তললৈ নমাই)* কিন্তু মই এটা কথা জানিছিলো যে আমাৰ ঘৰত এনে

এজন ব্যক্তি আছে যি শ্ৰীমতী হান্‌ছেনৰ প্ৰতি বিশেষ আগ্ৰহী আছিল।

ভেৰ্‌লে : তই কালে আঙুলি টোৱাইছ? মোলৈ?

গ্ৰেইৰ্ঘেছ : নিশ্চয়।

ভেৰ্‌লে : তোৰ ইমান দুঃসাহস, ইমান ধৃষ্টতা যে — আৰু সেই অকৃতজ্ঞ ফটোগ্ৰাফাৰটো। কোন সাহসত সি মোৰ ঘৰত আহি মোৰেই এনে বদনাম গায়হি?

গ্ৰেইৰ্ঘেছ : ইয়াল্‌মাৰমাৰে এনে ধৰণৰ এটা শব্দও উচ্চাৰণ কৰা নাই। মোৰ বিশ্বাস তাৰ মনত এই বিষয়ে তিলমানো সন্দেহ ওপজা নাই।

ভেৰ্‌লে : তেন্তে তই ক'ৰ পৰা জানিলি? কোনে তোৰ মূৰত এনেকুৱা ধাৰণা সুমুৱালে?

গ্ৰেইৰ্ঘেছ : মোৰ দুৰ্ভগীয়া মাই। মই যেতিয়া তেওঁক শেষ লগ পাওঁ তেতিয়া।

ভেৰ্‌লে : অ' সেইটো মই আগতেই বুজি পাব লাগিছিল। মাৰেতো মোৰ বিৰুদ্ধে সদায়েই কথা লগাইছিল। সেয়ে তেৰেঁই গুৰিৰে পৰা তোক মোৰ পৰা আঁতৰাই থৈছিল।

গ্ৰেইৰ্ঘেছ : নহয়, ভালেদিন ধৰি তেওঁ যি অপমান আৰু মনোকষ্ট পাবলগা হৈছিল তাৰ ফলস্বৰূপেই অৱশেষত তেওঁ ভাগি পৰিছিল। আৰু তেওঁৰ শোকাবহ মৃত্যুৰ কাৰণো আছিল সেইটোৱেই।

ভেৰ্‌লে : মুঠেই নহয়। তোৰ মাৰে আন দহজনৰ তুলনাত একো বেছি দুখ লাঞ্ছনা পোৱা নাই। আচলতে তোৰ মাৰ আছিল অসুখীয়া আৰু কিছু উন্মাদ প্ৰকৃতিৰ। তই তেওঁৰ কথাবোৰকেই বিশ্বাস কৰি মোক সন্দেহ কৰিবলৈ লাগিলি। আৰু এতিয়া নিজৰ দেউতাৰৰ বিষয়ে পুৰণি গুজব আৰু বদনাম

খুচৰিবলৈ লাগিছ। চা গ্ৰেইৰ্ঘেছ, এই বয়সত তই আৰু আজে-বাজে কথাত মূৰ নঘমাই কিবা কামত ধৰ। বুজিছ?

গ্ৰেইৰ্ঘেছ ঃ হয় ময়ো ভাবো, এতিয়াই সময়।

ভেৰ্‌লে ঃ আৰু কামত ধৰিলে তোৰ কু-চিন্তাবোৰো দূৰ হ'ব। ভাল লাগি আহিব। কি কাৰণে যে তই বছৰৰ পাছত বছৰ ধৰি সেই কাৰখানাটোত সাধাৰণ কেৰেণীৰ চাকৰি এটাত পচি আছগৈ মই বুজিয়েই পোৱা নাই। তদুপৰি সাধাৰণ কেৰেণীৰ যিটো দৰমহা, তইতো তাতকৈ এটা পইচাও বেছি ল'বলৈ মান্তি নহ'ব। কিযে মূৰ্খামি।

গ্ৰেইৰ্ঘেছ ঃ মাথোন যদি মই এইটো মূৰ্খামি বুলি তোমাৰ দৰে ইমান নিশ্চিত হ'ব পাৰিলোহেঁতেন।

ভেৰ্‌লে ঃ তোৰ কথাটো মই বোধকৰো বুজি পাইছো। তই মোৰ পৰা কোনো অনুগ্ৰহ নিবিচাৰ, স্বাধীনভাৱে উপাৰ্জন কৰিব খোজ। ভাল কথা। স্বাধীন হোৱাৰ, নিজেই নিজৰ মালিক হোৱাৰ, এটা সুযোগ তোৰ সমুখত উপস্থিত হৈছে।

গ্ৰেইৰ্ঘেছ ঃ হয়নে? কি সুযোগ?

ভেৰ্‌লে ঃ মই যে তোলৈ এটা জৰুৰী কথাৰ বাবে ইয়ালৈ ততালিকে আহিবলৈ চিঠি লিখিছিলো তাৰ কাৰণটো—

গ্ৰেইৰ্ঘেছ ঃ অঁ কাৰণটো। তুমি সেই কাৰণটো মোক জনাব বুলি মই আজি গোটেই দিনটো বাট চাই আছো—

ভেৰ্‌লে ঃ তোক মই মোৰ ব্যৱসায়ৰ অংশীদাৰ কৰিব খুজিছো।

গ্ৰেইৰ্ঘেছ ঃ মই? তোমাৰ ব্যৱসায়ৰ অংশীদাৰ?

ভেৰ্‌লে ঃ অঁ। তাৰমানে অৱশ্যে এইটো নহয় যে আমি দুয়ো

সদায়ে একেলগে থাকিব লাগিব। এনেকুৱা হ'ব পাৰে যে তই ইয়াত, চহৰত থাকি ব্যৱসায়টো চাবি আৰু মই হ্যোইডাললৈ যাম?

গ্ৰেইৰ্ঘেছ : তুমি হ্যোইডাললৈ যাবা?

ভেৰ্‌লে : এৰা। বুজিছ মোৰ এতিয়া আৰু আগৰ দৰে কাম কৰাৰ শক্তি নাই। চকুহালৰ অৱস্থা ভাল নহয়, যত্ন ল'ব লাগিব।

গ্ৰেইৰ্ঘেছ : চকুৰ অৱস্থাতো তোমাৰ কেতিয়াও ভাল নাছিল।

ভেৰ্‌লে : ঠিকেই। কিন্তু আগতে ইমান বেয়া হোৱা নাছিল। তাৰ উপৰি এনে এটা পৰিস্থিতি আহি পৰিছে যাৰ বাবে মই তাত থকাটোহে উচিত হ'ব অন্ততঃ কিছুদিনৰ বাবে।

গ্ৰেইৰ্ঘেছ : মই একো বুজি পোৱা নাই।

ভেৰ্‌লে : শুন গ্ৰেইৰ্ঘেছ, হয়তো তোৰ আৰু মোৰ বহু কথাতেই মিল নাই। তথাপি আমিতো বাপেক-পুতেক। মই ভাবো আমাৰ মাজত কিবা এটা বুজা পৰা থাকিব লাগে।

গ্ৰেইৰ্ঘেছ : অন্ততঃ বাহিৰত — নহয়নে?

ভেৰ্‌লে : হ'ব, তেনেকৈ হ'লেও হ'ব। কি কৰিব পৰা যায় তই এবাৰ ভাবি চা।

গ্ৰেইৰ্ঘেছ : *(দেউতাকলৈ নিৰ্লিপ্তভাৱে চাই)* ইয়াৰ মাজত নিশ্চয় আন কিবা উদ্দেশ্য লুকাই আছে।

ভেৰ্‌লে : কি ক'ব খুজিছ?

গ্ৰেইৰ্ঘেছ : তুমি বোধকৰো মোক কিবা মতলবত ব্যৱহাৰ কৰিব খুজিছা।

ভেৰ্‌লে : ইমান ঘনিষ্ঠ সম্বন্ধৰ লোক সদায়ে ইজনে-সিজনৰ কামত আহে।

গ্ৰেইৰ্ঘেছ : আহে চাগে।

ভেৰ্‌লে : তই ইয়াত থকাটো মই বিচাৰো। মই অকলশৰীয়া গ্ৰেইৰ্ঘেছ, অৱশ্যে গোটেই জীৱনটোৱেই মই অকলশৰীয়া। তথাপি বিশেষকৈ এতিয়া আজি মই আৰু ডেকা হৈ থকা নাই, মোৰ এতিয়া সংগীৰ প্ৰয়োজন হৈছে।

গ্ৰেইৰ্ঘেছ : কেলেই তোমাৰ ফ্ৰু ছাৱাৰ্‌বি আছে নহয়?

ভেৰ্‌লে : হয় আছে। আৰু সঁচা কথা ক'বলৈ গ'লে তেওঁ মোৰ বাবে অপৰিহাৰ্য হৈ পৰিছে। তেওঁ বুদ্ধিমতী সুন্দৰ স্বভাৱ, ঘৰখন ৰঙিয়াল কৰি ৰাখে। ম্লোক তেনে এগৰাকী মানুহৰেই সংগ লাগে।

গ্ৰেইৰ্ঘেছ : তেনেহ'লে যি বিচাৰা তাকেই পাইছা দেখোন।

ভেৰ্‌লে : কিন্তু সেইটো সৰহদিন নচলিব নহয়। বৰ্তমানৰ ধৰণে চলি থাকিলে দহৰ চকুত মানুহগৰাকীৰ সন্মান হানি হ'ব, মোৰ সন্মানো অটুট নাথাকিব।

গ্ৰেইৰ্ঘেছ : দেউতা, যিজন মানুহে ইমান ভাল ভাল ভোজমেল পাতিব পাৰে তেওঁ মানুহৰ মতামতলৈ কেৰেপ নকৰিলেও চলে।

ভেৰ্‌লে : হ'ব পাৰে, কিন্তু মানুহজনীয়েইবা মান্তি হ'ব কিয়? এই ব্যৱস্থা চলাই যাবলৈ তেওঁ আৰু সন্মত নহ'ব বুলি মোৰ মনত এটা ভয় সোমাইছে। আনহাতে নিতান্ত মোৰ প্ৰতি মৰমৰ বাবে যদি সন্মত হয়ো, তেনেহ'লে তেওঁ মানুহৰ বু-বু, বা-বা, কলংকৰ ভয় ইত্যাদি কথাবোৰ আওকাণ কৰিবলগীয়া হ'ব। গ্ৰেইৰ্ঘেছ, তোৰতো বিচাৰবোধ অতি প্ৰখৰ। তয়েই কচোন।

গ্ৰেইৰ্ঘেছ : তুমি তেওঁক বিয়া কৰাব খুজিছা নেকি? পোনপতীয়াকৈ কোৱা।

ভেৰ্‌লে : যদি মই তাকেই কৰিব খোজো?

গ্ৰেইৰ্ঘেছ : অঁ। যদি তাকেই কৰিব খোজা?

ভেৰ্‌লে : তই মানি লবিনে?

গ্ৰেইৰ্ঘেছ : অৱশ্যে ল'ম। কিয় নল'ম?

ভেৰ্‌লে : নহয়, মানে মই ভাবিছিলো, তোৰ মাৰলৈ থকা মৰমৰ বাবে তই —

গ্ৰেইৰ্ঘেছ : মই তেনে অঁকৰা-মূৰীয়া নহয়।

ভেৰ্‌লে : তই অবুজ হয়নে নহয় মোৰ বাবে সেইটো ডাঙৰ কথা নহয়। তই যে মোৰ বুকুৰ পৰা গধুৰ বোজা এটা নমোৱাত সহায় কৰিলি সেইটোহে মোৰ বাবে এতিয়া ডাঙৰ কথা। আৰু গ্ৰেইৰ্ঘেছ মই যে তোৰ সহানুভূতি পাম সেইটো জানি মোৰ বৰ ভাল লাগিছে।

গ্ৰেইৰ্ঘেছ : *(দেউতাকলৈ স্থিৰ দৃষ্টিৰে চাই)* তুমি কি দৰে মোক ব্যৱহাৰ কৰিব খুজিছা এতিয়াহে মই বুজি পালো।

ভেৰ্‌লে : ব্যৱহাৰ কৰিব খুজিছো? কথাৰ কি যে ৰহণ।

গ্ৰেইৰ্ঘেছ : থৈ দিয়া দেউতা, হৈছে আৰু, বিশেষকৈ আমাৰ দুজনৰ মাজত এনেকৈ মিঠা মিঠা শব্দৰ প্ৰয়োগেৰে কথা-বাৰ্তা নহ'লেও চলিব। হুঁঃ - হুঁঃ। এতিয়াহে বুজিলো মোৰ চহৰলৈ অহাৰ ইমান জৰুৰী প্ৰয়োজনটো কি আছিল। সমাজৰ দহজনৰ চকুত ফ্ৰু ছাৰাৰ্‌বিক গ্ৰহণযোগ্য কৰিবলৈ, আৰু আমি যে এটা সুখী পৰিয়াল তাকে সজাই-পৰাই দেখুৱাবলৈ মোৰ প্ৰয়োজন হৈছিল।

ভেৰ্‌লে : মোক এনে কথা ক'বলৈ তোৰ অকণো দ্বিধা নহ'লনে?

গ্ৰেইৰ্ঘেছ : এইখন ঘৰত পাৰিবাৰিক জীৱন বুলি কেতিয়াবা

।। কলহাঁহ।।
কিবা আছিল জানো? থকা বুলি অন্ততঃ মোৰ মনত নপৰে। এতিয়া অৱশ্যে তেনেকুৱা কিবা এটাৰ প্ৰয়োজন। মানুহে যেতিয়া শুনিব যে পিতৃ ভক্তিৰ চানেকি দাঙি ধৰি, পুত্ৰই বৃদ্ধ পিতৃৰ বিয়াৰ উলহ-মালহত যোগ দিবলৈ লৰৰি আহিছে, তেতিয়া মাৰ প্ৰতি কৰা তোমাৰ সকলো অন্যায়-অত্যাচাৰৰ কথা তেওঁলোকে পাহৰি যাব।

ভেৰ্‌লে : গ্ৰেইৰ্ঘেছ, এই পৃথিৱীত বোধকৰো তোৰ দৰে তিক্তভাৱে আন কোনেও মোক বেয়া নাপায়।

গ্ৰেইৰ্ঘেছ : *(মাত সৰু কৰি)* কাৰণ, তোমাক মই খুব ওচৰৰ পৰা দেখা পাইছিলো।

ভেৰ্‌লে : পাইছিলি, কিন্তু মাৰৰ চকুৰে। পিছে তোৰ মনত থকা উচিত যে প্ৰায়েই মাৰৰ দৃষ্টিক মানসিক ৰোগে আচ্ছন্ন কৰি ৰাখিছিল।

গ্ৰেইৰ্ঘেছ : *(খঙত কঁপিছে)* কিন্তু মাৰ এই বেমাৰৰ বাবে দায়ী কোন? তুমি আৰু তোমাৰ সেই তিৰোতাবোৰ। তাৰে সৰ্বশেষ গৰাকীয়ে যেতিয়া তোমাক আমুৱালে তেতিয়া তেওঁক ইয়াল্‌মাৰ এইকৃডালৰ ডিঙিত ওলোমাই দিলা। ছিঃ।

ভেৰ্‌লে : *(অলপ বিদ্ৰূপৰ সুৰত)* ঠিক যিদৰে তোৰ মাৰে কথা শুনাইছিল।

গ্ৰেইৰ্ঘেছ : *(তালৈ কাণসাৰ নকৰি)* অথচ একোকে গম নাপায় বেচেৰা সেই মানুহটোৱে। যেন সন্দেহহীন এটি ডাঙৰ শিশু। সি ক'ব নোৱাৰে কি চৰিত্ৰৰ তিৰোতা এগৰাকীৰ লগত একেখন চালিৰ তলত সি দিন নিয়াব লাগিছে। তাৰ অকণো ভয়েই নাই, যে সি যাক তাৰ ঘৰ বুলি লৈছে সেই ঘৰ গঢ়ি উঠিছে এক প্ৰতাৰণাৰ ভেটিত। *(দেউতাকৰ পিনে এখোজ*

*আগুৱাই যায়)* মই যেতিয়া তোমাৰ গোটেই জীৱনৰ কীৰ্ত্তিবিলাকলৈ উভতি চাওঁ, তেতিয়া মোৰ এনেকুৱা লাগে মই যেন বহু মৃতদেহ সিঁচৰতি হৈ থকা যুদ্ধক্ষেত্ৰত থিয় হৈ আছোঁ।

ভেৰ্‌লে : এতিয়াহে মই বুজিবলৈ পাইছোঁ, তোৰে-মোৰে কেতিয়াও মিল নহ'ব। আমাৰ এই ফাট জোৰা লগাব নোৱাৰি।

গ্ৰেইৰ্ঘেছ : *(নিজক সংযত কৰি)* মই তোমাৰ সৈতে একমত। সেইবাবে মই এই মুহূৰ্ততে এইখন ঘৰ ত্যাগ কৰিম।

ভেৰ্‌লে : ত্যাগ কৰিবি? এই ঘৰ?

গ্ৰেইৰ্ঘেছ : এৰা। কাৰণ, মই অৱশেষত মোৰ জীৱনৰ এটা লক্ষ্য দেখা পাইছোঁ।

ভেৰ্‌লে : জানিব পাৰোনে কি সেই লক্ষ্য?

গ্ৰেইৰ্ঘেছ : শুনিলে তুমি হাঁহিবা।

ভেৰ্‌লে : অকলশৰীয়া মানুহে ইমান সহজে হাঁহিব নোৱাৰে, গ্ৰেইৰ্ঘেছ।

গ্ৰেইৰ্ঘেছ : *(ভিতৰৰ কোঠাটোলৈ দেউতাকৰ দৃষ্টি আকৰ্ষণ কৰে)* সৌটো কোঠালৈ চোৱা দেউতা, ফ্ৰু ছাবাৰ্‌বিয়ে তোমাৰ আলহীবোৰৰ সৈতে কণামুচৰি খেলিছে। আহিলো দেউতা। *(গ্ৰেইৰ্ঘেছ ওলাই যায়। ভিতৰৰ কোঠাৰ পৰা আলহীবিলাকে হাঁহি-মস্কৰা কৰি আহল-বহল কোঠাটোলৈ আহিবলৈ ধৰে)।*

ভেৰ্‌লে : *(ঘৃণাৰে দাঁত কৰচি)* হুঃ। হতভগীয়া। সি কয়, সি বোলে অঁকৰা-মূৰীয়া নহয়।

□□□

## দ্বিতীয় অঙ্ক

*(ইয়ালমাৰ এইক্‌ডালৰ ষ্টুডিঅ'। আহল-বহল কোঠাটো 'এটিক' তথা আটালৰ এটা অংশ। সোঁহাতে আলকাতৰা দিয়া ছালখনৰ লগত নীলা পৰ্দাৰে আধা ঢাক খাই থকা স্কাইলাইট। পিছপিনে সোঁ-চুকটোত এখন দুৱাৰ। একে মঞ্চৰ নিম্নাংশত বহা কোঠালৈ যোৱাৰ দুৱাৰখন। একেধৰণে বাওঁফালৰ বেৰত আৰু দুখন দুৱাৰ যাৰ মাজৰ অংশত এটা লোহাৰ জুহাল আছে। পিছফালৰ বেৰত লাগি আছে দুখন প্ৰশস্ত স্লাইডিং দুৱাৰ। ষ্টুডিঅ'টো সস্তীয়া অথচ আৰামপ্ৰদ আচবাবেৰে সজোৱা। সোঁফালৰ দুৱাৰ দুখনৰ মাজত বেৰখনৰ পৰা অলপ আগলৈ মঞ্চৰ মাজৰ অংশত এখন ছোফা, কেইখনমান চকী আৰু এখন মেজ। মেজখনৰ ওপৰত শ্বেড লগোৱা টেবুল-লেম্প এটা জ্বলি আছে। জুহালটোৰ কাষত এখন পুৰণি আৰামী চকী। স্লাইডিং দুৱাৰৰ বাওঁহাতৰখনৰ কাষৰ অংশৰ বেৰৰ গাত বুককে'চ, তাত আছে কিছু কিতাপ, বাকচ, কেমিকেলৰ বটল, কেতবোৰ যন্ত্ৰপাতি, আৰু মেজখনৰ ওপৰত আছে কেইখনমান ফটো, কাগজ, তুলিকা ইত্যাদি। ফটো তোলাৰ নানা ধৰণৰ সা-সৰঞ্জাম অ'ত ত'ত সিচৰতি হৈ আছে কোঠাটোত। গীণা এইক্‌ডালে মেজখনৰ কাষত থকা এখন চকীত বহি কিবা চিলাইৰ কাম কৰিছে। জীয়েক হেড্‌ভিগে চোফাখনত বহি লাইটৰ পোহৰ চকুত নপৰিবলৈ হাত দুখনেৰে চকু ঢাকি কিতাপ পঢ়িছে আৰু বুঢ়া আঙুলি দুটাৰে কাণ দুখন খিলি মাৰি থৈছে।)*

*(হেড়্‌ভিগক কেবাবাৰো চেপা উদবেগেৰে লক্ষ্য কৰাৰ পিছত)।*

গীণা : হেড়্‌ভিগ। *(হেড়্‌ভিগে শুনা নাই)*।

গীণা : *(ডাঙৰকৈ)* হেড়্‌ভিগ।

হেড়্‌ভিগ : *(কিতাপখন জপাই মাকলৈ চাই)*। কি মা?

গীণা : আৰু পঢ়ি থাকিব নালাগে, উঠা।

হেড়্‌ভিগ : আৰু অলপ সময় মা, অলপ সময়?

গীণা : জানাই দেখোন, তুমি এনেকৈ পঢ়ি থকাটো দেউতাৰে অকণো ভাল নাপায়। তেওঁ নিজেও কেতিয়াও ৰাতি নপঢ়ে।

হেড়্‌ভিগ : দেউতাৰতো পঢ়াতেই উৎসাহ নাই।

*(গীণাই চিলাই কৰি থকা কাপোৰখন আঁতৰাই থৈ এখন সৰু হিচাপৰ বহী আৰু পেঞ্চিল লয়।)*

গীণা : আজি মাখনৰ দাম কিমান লৈছিল মনত আছেনে হেড়্‌ভিগ?

হেড়্‌ভিগ : আছে, এক ক্ৰোনে পঁয়ষষ্ঠি।

গীণা : অ', হয় হয়। (বহীত দামটো মাতি মাতি লিখে) সঁচাকৈয়ে, আমিযে কি পৰিমাণ মাখন খাওঁ। তাৰ উপৰি স্মোক্‌ড্ ছছেজ্, চীজ- কিমান হ'ল — *(লিখে)* — আৰু হেম — *(দামবিলাক মুখে মুখে যোগ কৰে)*— এই কেইপদ বস্তুতেই বহুত খৰচা হৈ গ'ল —

হেড়্‌ভিগ : তাৰ লগত বিয়েৰৰ দামটো ধৰা।

গীণা : হয়, হয়। *(বহীখনত লিখে।)* এই চোৱা আৰু বাঢ়ি গ'ল, কিন্তু কি কৰিম? ইয়াতকৈ আৰু খৰচ কি কমাম?

হেড়্‌ভিগ : তাৰোপৰি মা, দেউতাই আজি ৰাতি ঘৰত নেখায় বুলি আমিতো একো ৰন্ধাও নাই।

গীণা : এৰা, সেই খৰচটো ৰাহি হ'ল। আৰু ফটোকেইখনৰ বাবে চাৰে আঠ ক্ৰোনে পাইছিলো।

হেড়্‌ভিগ : চাৰে আঠ ক্ৰোনে?

গীণা : অঁ, ঠিক আঠ ক্ৰোনে পঞ্চাশ অ্যা'ৰে।

*(ক্ষন্তেক নীৰৱতাৰ পাছত গীণাই আকৌ চিলাইত ধৰে। হেড়্‌ভিগে কাগজ পেঞ্চিল লৈ ছবি আঁকিবলৈ*

*লয়। চকুহালক লাইটৰ পৰা বচাবলৈ বাঁওহাতখন কপালত থয়।)*

| | | |
|---|---|---|
| হেড্‌ভিগ | ঃ | ভেৰ্‌লে চাহাবৰ দৰে মানুহৰ ঘৰলৈ দেউতাৰ নিমন্ত্ৰণ, কল্পনাই কৰিব নোৱাৰি, নহয় মা? |
| গীণা | ঃ | তেওঁ ঠিক ভেৰ্‌লে চাহাবৰ আলহী নহয়। দেউতাৰক তেওঁৰ ল'ৰাইহে নিমন্ত্ৰণ কৰিছে। *(ক্ষন্তেক নীৰৱতাৰ পাছত)* ভেৰ্‌লে চাহাবৰ লগত আমাৰ কোনো সম্পৰ্ক নাই। |
| হেড্‌ভিগ | ঃ | দেউতানো কেতিয়া আহিব? যাওঁতে মোক তেওঁ কৈ গৈছে যে তেওঁ ফ্লু ছাৰাৰ্ষিক কৈ তাৰ পৰা মোলৈ কিবা ভাল খোৱা বস্তু লৈ আহিব। |
| গীণা | ঃ | উ ... সেইখন ঘৰত বিধে বিধে ভাল বস্তু থাকে। |
| হেড্‌ভিগ | ঃ | *(আকৌ ছবি আঁকিবলৈ লয়)*। মোৰ ভোক লাগিছে, মা। *(বৃদ্ধ এইক্‌ডাল সোমাই আহে, তেওঁৰ কাষলতিৰ তলত কাগজ-পত্ৰৰ বাণ্ডিল এটা আৰু জেপৰ পৰা পেকেট এটা ওলাই আছে।)* |
| গীণা | ঃ | আজি আপোনাৰ ইমান ৰাতি হ'ল কিয় দেউতা? |
| বৃদ্ধ এইক্‌ডাল | ঃ | কাম কৰা মানুহবোৰে অফিছত তলা মাৰি দিছিল। গ্ৰবেৰ্গ ঘূৰি অহালৈ মই ৰ'ব লগা হ'ল আৰু ওলোৱাতো ওলালো একেবাৰে তোমাৰ সেই পাৰ্টিত গোট খোৱা মানুহবোৰৰ মাজেদি। ছেঃ। |
| হেড্‌ভিগ | ঃ | ককা, তাত তোমাক তেওঁলোকে নথিপত্ৰ নকল কৰাৰ কাম আকৌ দিছেনে বাৰু? |
| বৃদ্ধ এইক্‌ডাল | ঃ | *(কাগজৰ খচমচ শব্দ কৰি)* এই জাপ, চোৱা। |
| গীণা | ঃ | বৰ ভাল হ'ল। |
| হেড্‌ভিগ | ঃ | আৰু তোমাৰ জেপত পেকেট এটাও আছে ককা। |
| বৃদ্ধ এইক্‌ডাল | ঃ | আছেনে? |

হেড্‌ভিগ : তাত কি আছে ককা?

বৃদ্ধ এইক্‌ডাল : কি ক'লা? একো নাই, একো নাই। *(কোঠালীটোৰ এটা চুকত লাঠিডাল থয়)।* বুইছা গীণা, এই কাগজ-পত্ৰৰ কামখিনিয়ে মোক ভালেমান দিন ব্যস্ত ৰাখিব। *(এইবুলি কৈ স্লাইডিং দুৱাৰ এখন খোলে। শব্দ হয়। ডাঙৰকৈ ফুচ্‌ফুচাই কয়)* হেই, চুপ, মনে মনে। *(দুৱাৰখন তেওঁ সাৱধানেৰে আকৌ জপাই দিয়ে)।*

বৃদ্ধ এইক্‌ডাল : হেঃ হেঃ সিহঁত টোপনিত লালকাল। তাত থকা আটাইকেইটা আৰু তাই নিজে নিজে গৈ খাংটোত সোমাই লৈছে। হাঃ হাঃ হাঃ।

হেড্‌ভিগ : খাংটোৰ ভিতৰত তাইৰ জাৰ নালাগিবনে ককা?

বৃদ্ধ এইক্‌ডাল : জাৰ? ইমানসোপা খেৰৰ মাজত? কিযে কোৱা তুমি হেড্‌ভিগ? বাৰু, মই মোৰ কোঠালৈ যাওঁ। *(বাওঁফালৰ আঁতৰৰ দুৱাৰখনৰ পৰা)* অ' গীণা মোৰ কোঠাত দিয়াচলাই আছেনে?

গীণা : আছে, ডেৰাজত। *(এইক্‌ডাল নিজৰ কোঠাটোলৈ বুলি যায়)।*

হেড্‌ভিগ : *(মাকক কয়)* ককাই ইমানবোৰ কাম পোৱাত বৰ ভাল লাগিছে, নহয়নে মা?

গীণা : এৰা। ইয়াৰ পৰা বেচেৰা দেউতাৰ কিছু হাত খৰচ ওলাব।

হেড্‌ভিগ : আৰু এইকেইদিন পুৱাবেলা গৈ এৰিকছনচৰ সেই লেতেৰা ৰেষ্টুৰাঁখনত বহি থাকিব নোৱাৰিব।

গীণা : হয় সেইটোও এটা কথা।

হেড্‌ভিগ : দেউতাইঁতৰ এতিয়াও খোৱা শেষ হোৱা নাইনে মা?

গীণা : নাই হোৱা বোধকৰো।

হেড্‌ভিগ : দেউতাই চাগৈ কিমান ভাল বস্তু খাইছে। তাৰমানে আজি ঘৰলৈ আহোতে দেউতাৰ মনটো ভাল লাগি আহিব, নহয়নে মা?

গীণা : অঁ। পিছে, ঘৰ সোমোৱাৰ লগে লগে আমি যদি ক'ব পাৰিলোহেঁতেন, কোঠাটো ভাৰা হৈ গ'ল, তেওঁ আৰু যে কিমান ৰং পালেহেঁতেন।

হেড্‌ভিগ : আজিয়েই ভাৰাতীয়া নাপালেওতো হ'ব মা।

গীণা : হ'ব, কিন্তু কোঠাটো খালি পৰি আছে নহয়।

হেড্‌ভিগ : নহয়, মই ক'ব খুজিছো, ভাৰাতীয়াৰ কথা আজি উলিয়াব নালাগে। দেউতা এনেয়েও স্ফুৰ্তিতেই থাকিব। ভাৰাতীয়া পোৱাৰ খবৰটো আন এদিন দিলে আনন্দৰ দিন এটা বেছিকৈ পোৱা নাযাব জানো?

গীণা : *(হেড্‌ভিগলৈ চাই)* দেউতাৰ গধূলি ঘৰ সোমোৱাৰ লগে লগে তুমি তেওঁক কিবা এটা ভাল খবৰ দিব খোজা নহয়?

হেড্‌ভিগ : অঁ, পৰিৱেশটো তেতিয়া কিমান যে ভাল হৈ যায়।

গীণা : *(কিবা ভাবি ভাবি)* হয়, তুমি ঠিকেই কৈছা। *(বৃদ্ধ এইক্‌ডালে তেওঁৰ কোঠাৰ পৰা ওলাই বাওঁপিনৰ দুৱাৰৰ ফালে যায়)*।

গীণা : *(ঘূৰি চায়)* তাত পাকঘৰত কিবা লাগে নেকি দেউতা?

বৃদ্ধ এইক্‌ডাল : অঁ। পিছে তুমি আহিব নালাগে।

গীণা : *(ক্ষন্তেক পাছত)* চৌকাত কিবা এটা উঠাব ধৰিছে যেন পাওঁ। যোৱাচোন হেড্‌ভিগ চাই আহা ককাদেউতাৰক কি লাগে। *(গৰম পানীৰ জগ এটা*

*লৈ এইক্‌ডাল সোমাই আহে)।*

হেড়্‌ভিগ : অ', তুমি গৰম পানী আনিবলৈ গৈছিলা, নহয়নে ককা?

বৃদ্ধ এইক্‌ডাল : এৰা। পানীখিনি মোক এটা কামত দৰকাৰ মানে, মই লিখা কামটোত ধৰিব খুজিছিলো, কিন্তু চিয়াঁহীখিনি ঠাণ্ডাত গোট মাৰি গৈছে। এতিয়া গৰম পানীৰে —

গীণা : তাৰ আগতে খাই লওক দেউতা।

বৃদ্ধ এইক্‌ডাল : খাবলৈ মন যোৱা নাই গীণা। তাতে মোৰ কামো ঢেৰ। মোৰ কোঠাত যাতে এতিয়া কোনো নোসোমায়। *(তেওঁ কোঠালৈ সোমাই যায়। মাক জীয়েকে দুয়ো দুয়োলৈ চায়)।*

গীণা : *(মাত সৰু কৰি)* তেওঁ ইমান টকা ক'ত পালে জানো?

হেড়্‌ভিগ : বোধকৰো গ্ৰেবের্গে দিছে।

গীণা : নহয়। গ্ৰেবের্গেতো ককাদেউতাৰে পাবলগীয়া টকা সদায় ঘৰলৈ পঠায়।

হেড়্‌ভিগ : তেনেহ'লে ককাই মদৰ বটলটো নিশ্চয় ক'ৰবাৰ পৰা বাকীত আনিছে।

গীণা : সেইটোও নহয়। বেচেৰা ককাৰক কোনেও বাকীত নিদিয়েহে।

*(ইয়াল্‌মাৰ এইক্‌ডাল সোমাই আহে। গাত অ'ভাৰকোট আৰু মূৰত ধোঁৱা বৰণীয়া ফেল্টৰ টুপী।)*

গীণা : *(চিলোৱা এৰি থিয় হয়)*। অ' ইয়াল্‌মাৰ, তুমি আহিলানে?

হেড়্‌ভিগ : *(আনন্দত জঁপিয়াই উঠে)* দেউতা, তুমি ইমান

সোনকালে আহিবা বুলি মই ভবাই নাছিলো।

ইয়াল্‌মাৰ : *(টুপীটো ওলমাই থৈ)* এৰা, বেছিভাগ আলহীয়েই যাবলৈ আৰম্ভ কৰিছিল। গতিকে —

হেড্‌ভিগ : ইমান সোনকালে?

ইয়াল্‌মাৰ : এৰা এইটো ডিনাৰ পাৰ্টিহে আছিল, চাপাৰ নহয় নহয়। *(কোটটো সোলোকাবলৈ ধৰে)*।

গীণা : ৰ'বা, তোমাৰ অ'ভাৰকোটটো মই সোলোকাই দিওঁ। চাওঁ।

হেড্‌ভিগ : ময়ো সহায় কৰিম মা। *(মাক-জীয়েক দুয়ো কোটটো খোলাত সহায় কৰে)*।

হেড্‌ভিগ : পাৰ্টিত বহুত মানুহ হৈছিল নেকি দেউতা?

ইয়াল্‌মাৰ : নাই নাই, বহুত মানুহ নহয়, আমি খোৱা টেবুলত বাৰ নে চৈধ্যজন আছিলো।

গীণা : আটাইৰে লগত তুমি কথা পাতিলানে?

ইয়াল্‌মাৰ : অলপ অচৰপ পাতিছো, কিন্তু গ্ৰেইৰ্ঘেছেই মোক একচেতীয়া কৰি লৈছিল।

গীণা : গ্ৰেইৰ্ঘেছ আগৰ দৰেই দেখিবলৈ কুৎসিৎটো হৈয়েই আছেনে?

ইয়াল্‌মাৰ : উঁ। অৱশ্যে এতিয়াও তাক ধুনীয়া বুলিব নোৱাৰি। বাৰু, আমাৰ বুঢ়া এতিয়াও ঘৰলৈ ওভোতা নাই নেকি?

হেড্‌ভিগ : ককা আহিলে। এতিয়া তেওঁ লেখাৰ কামত ব্যস্ত আছে।

ইয়াল্‌মাৰ : তেওঁ কিবা কৈছেনে?

গীণা : কি কথা? একোতো কোৱা নাই।

ইয়াল্‌মাৰ : একো কোৱা নাইনে? গ্ৰবেৰ্গৰ তালৈ যোৱা বুলি

শুনা যেন লাগিল। মই যাওঁ, এবাৰ দেখা দি আহোঁ।

গীণা : নালাগে, এতিয়া নাযাবা।

ইয়াল্‌মাৰ : কেলেই? মোক সোমাবলৈ হাক দিছে নেকি?

গীণা : মই ভাবোঁ আজি ৰাতি কোনেও তাঁলৈ যোৱাটো তেওঁ নিবিচাৰে।

হেড্‌ভিগ : হু, হু, *(ইংগিত কৰি)*।

গীণা : তেওঁ নিজে আহি গৰমপানী লৈ গৈছে।

ইয়াল্‌মাৰ : হয়নে? তেনেহলে আজি আৰু —

গীণা : এৰা —

ইয়াল্‌মাৰ : হায়ৰে মোৰ দুৰ্ভাগ্যপলীয়া দেউতা। *(হুমুনিয়াহ কাঢ়ে)*। হওক তেও, এইদৰে যদি তেওঁ সামান্য হ'লেও সুখী হয়।

*(মুখত পাইপ লৈ ড্ৰেছিং গাউন পিন্ধা বৃদ্ধ এইক্‌ডালৰ প্ৰৱেশ।)*

বৃদ্ধ এইক্‌ডাল : ইয়াল্‌মাৰৰ মাত শুনা যেন লাগিছে — অ', কেতিয়া আহিলি তাৰ পৰা?

ইয়াল্‌মাৰ : এই সোমাইছোঁহি।

বৃদ্ধ এইক্‌ডাল : তই ছাগে মোক দেখা নাছিলি নহয়নে?

ইয়াল্‌মাৰ : নাই দেখা। তেওঁলোকে মোক পাছতহে ক'লে বোলে তুমি সিটো কোঠাইদি ওলাই আহিলা। গতিকে ময়ো তোমাৰ পিছে পিছে গুচি আহিলোঁ।

বৃদ্ধ এইক্‌ডাল : ভাল কৰিলি। কেনে ধৰণৰ আলহী আহিছিল?

ইয়াল্‌মাৰ : সকলো ধৰণৰে দেউতা। ফ্লৰ আহিছিল, বাল্লে আহিছিল, তাৰ পিছত কাছ্‌পেৰ্‌ছেন, তাৰ পিছত — কি নাম আছিল মানুহজনৰ — এঃ মনত পৰা নাই —। ধৰি লোৱা আটাইকেইজন ৰাজবিষয়াই

আহিছিল।

বৃদ্ধ এইক্‌ডাল : শুনিলানে গীণা? আটাইবিলাকেই আছিল ৰাজ বিষয়া।

গীণা : হয় দেউতা, এতিয়া সেইখন ঘৰত তেনে মানুহবে পয়োভৰ।

হেড্‌ভিগ : দেউতা, কোনোবাই গান গাইছিল নেকি? নাইবা আবৃত্তি?

ইয়াল্‌মাৰ : নাই, নাই, তেওঁলোকে কেৱল মাজে মাজে কথাৰ মহলা মাৰিছিল। মোক কৈছিল তেওঁলোকে কবিতা আবৃত্তি কৰিবলৈ। মই কৰা নাই, কিয় কৰিম?

বৃদ্ধ এইক্‌ডাল : নিশ্চয়, কিয় কৰিবি?

গীণা : মোৰ বোধেৰে তুমি আবৃত্তি এটা কৰিব লাগিছিল।

ইয়াল্‌মাৰ : নাই, আটাইৰে ফৰমাইচ মতে চলিব নালাগে। অন্ততঃ মই তেনে মানুহ নহয়। *(আনপিনে ঘূৰি দিয়ে।)*

বৃদ্ধ এইক্‌ডাল : ঠিক কথা, আমাৰ ইয়াল্‌মাৰ তেনে মানুহ নহয়।

ইয়াল্‌মাৰ : এদিন পাৰ্টি এটালৈ গ'লো বুলি ময়েই আমোদ দিব লাগিব বুলি কিবা কথা আছে নেকি? বাকী বিলাকেও অলপ গা লৰাব লাগে। শুনা এইবোৰ মানুহে প্ৰতিদিনেই একোখন ঘৰলৈ যায় আৰু তাতে খানা-পিনা কৰি থাকে। মই ভাবো ইমান ভাল খোৱাৰ বিনিময়ত তেওঁলোকেও কিবাকিবি কৰি দেখুৱাব লাগে।

গীণা : ইয়াল্‌মাৰ, তুমি নিশ্চয় এইবিলাক কথা তেওঁলোকৰ আগত কোৱা নাই?

ইয়াল্‌মাৰ : *(মুখৰ ভিতৰত গুণগুণায়)* নাই কোৱা যদিও তেওঁলোকে স্তম্ভিত হৈ পৰিব পৰা কিছু শুনিছে,

সেইটো মই ক'ব পাৰো।

বৃদ্ধ এইক্‌ডাল : কোনে? সেই গণ্যমান্য ব্যক্তিবোৰে?

ইয়াল্‌মাৰ : এৰা। *(প্ৰায় গুৰুত্বহীনভাৱে)* টোকেই মদৰ বিষয়েও অলপ তৰ্কাতৰ্কি হ'ল।

বৃদ্ধ এইক্‌ডাল : কি ক'লি? টোকেই? অপূৰ্ব মদ, বুজিছ।

ইয়াল্‌মাৰ : সচাঁকৈ কিন্তু, ই সময়ে সময়েহে অপূৰ্ব হয়, মানে আটাইবোৰ বছৰতে ভাল সোৱাদৰ মদ নোলায় নহয়। আচলতে আঙুৰৰ খেতি ভাল হোৱা বছৰবোৰতহে মদৰ সোৱাদ ভাল হয়। আৰৌ, আঙুৰবিলাকে কিমান ৰ'দ পায় তাৰ ওপৰতহে মদৰ সোৱাদ নিৰ্ভৰ কৰে।

গীণা : তুমি যে কিমান জানা ইয়াল্‌মাৰ ।

বৃদ্ধ এইক্‌ডাল : তোৰ লগত তেওঁলোকে তৰ্কও কৰিব খুজিছিল নেকি?

ইয়াল্‌মাৰ : চেষ্টা কৰিছিল, কিন্তু তেওঁলোকক জনোৱা হ'ল যে ডা-ডাঙৰীয়াসকলৰ ক্ষেত্ৰতো একেটা কথাই প্ৰযোজ্য। তেওঁলোকৰো আটাইবোৰ বছৰ সমানে ভালে নাযায়।

গীণা : নাজানো পাই, তুমি যে কেনেকৈ এনেবিলাক কথা ভাবি পোৱা।

বৃদ্ধ এইক্‌ডাল : হাঃ হাঃ। তেওঁলোকে সেইটো হজম কৰিবলগীয়া হৈছিল। পাইপত ভৰাই হুঁপিবলগীয়া হৈছিল।

ইয়াল্‌মাৰ : মন্তব্যটো চকু দুটাৰ মাজেৰে পোনে পোনে মাৰি পঠিওৱা হৈছিল।

বৃদ্ধ এইক্‌ডাল : শুনিলানে বোৱাৰী, চকু দুটাৰ মাজেৰে পোনে পোনে। — ভদ্ৰলোকসকললৈ।

গীণা : কিযে কথা কোৱাৰ ঢং, পোনে পোনে চকু দুটাৰ

মাজেৰে।

ইয়াল্‌মাৰ : এৰা, কিন্তু তুমি এই বিষয়ে একো নক'বা। এনেবিলাক কথা দোহৰা ঠিক নহয়। আৰু গোটেইবোৰ কথা বুজাবুজিৰ মাজেৰেই হৈছিল। তেওঁলোক বৰ ভাল মানুহ, অমায়িক, ভদ্ৰ। তেওঁলোককনো মই কিয় আঘাত দিবলৈ যাম, হঁা? মই তেনে কাম নকৰো নহয়।

বৃদ্ধ এইক্‌ডাল : কিন্তু, চকু দুটাৰ মাজেৰে পোনে পোনে —

হেড্‌ভিগ : *(ভালৰি লগাই)* এই পাৰ্টি ড্ৰেছত তোমাক কিবা অলপ বেলেগ দেখা গৈছে। টেইল কোটত তোমাক সঁচাকৈ ভাল দেখি দেউতা।

ইয়াল্‌মাৰ : হয়নে? এইযোৰ মোৰ গাত এনে ধুনীয়াকৈ খাপ খাইছে — যেন মোৰ বাবেহে চিলোৱা হৈছিল। কেৱল এই কাষলতিৰ এইখিনিত অকণমান চেপা মাৰি ধৰে। হেড্‌ভিগ, অলপ সহায় কৰচোন। *(পোছাকী কোটটো খোলে।)* মোৰ জেকেটটোকে পিন্ধো দিয়া। মোৰ জেকেটটো ক'ত থ'লা গীণা?

গীণা : এইয়া এইটো। *(জেকেটটো আনি দিয়ে আৰু পিন্ধাত সহায় কৰে)*।

ইয়াল্‌মাৰ : এতিয়াহে ভাল লাগিছে। গীণা, কাইলৈ পুৱাই এই ছুটযোৰ মল্‌ভিকক ওভোতাই দিবলৈ নাপাহৰিবা দেই।

গীণা : *(ছুটযোৰ ভাঁজ কৰে)* দিম, নাপাহৰো।

ইয়াল্‌মাৰ : *(হাত-ভৰি পোনাই)* আঃ। এতিয়া আৰু ভাল লাগিছে। মই অলপ সোলোক-ঢোলোক কাপোৰ পিন্ধি ভাল পাওঁ। মোৰ এই ঢিলা কোটটোৰেই মোক বেছি শুৱাই। নহয়নে হেড্‌ভিগ?

হেড্‌ভিগ : হয়, দেউতা।

ইয়াল্‌মাৰ : আৰু যদি তাৰ লগত মোৰ এইডাল ক্ৰাভাট মাৰো — এয়া এইদৰে। তেনেহ'লে?

হেড্‌ভিগ : হয়, তোমাৰ ডাঢ়ি আৰু ঘন কেঁকোৰা চুলিৰ লগত বৰ ভাল দেখি।

ইয়াল্‌মাৰ : কেঁকোৰা? নে টৌ খেলোৱা? মোৰ বোধেৰে টৌ খেলোৱা চুলি বুলিলেহে বেছি ভাল শুনি।

হেড্‌ভিগ : হয় ঠিকেই কৈছা, টৌ খেলোৱা যেনেই দেখি।

ইয়াল্‌মাৰ : ঠিক — টৌ খেলোৱা শব্দ দুটাই একেবাৰে ঠিক।

হেড্‌ভিগ : *(ক্ষন্তেক পাছত, দেউতাকৰ কোটত ধৰি)* অ, দেউতা —

ইয়াল্‌মাৰ : হাঁ, কি হ'ল?

হেড্‌ভিগ : তুমি ভালকৈ জানা।

ইয়াল্‌মাৰ : মই সঁচাকৈয়ে নাজানো।

হেড্‌ভিগ : *(হাঁহি আৰু কান্দোন মিহলোৱা সুৰত)* দেউতা, আৰু নোজোকাবানা মোক।

ইয়াল্‌মাৰ : কিন্তু কথাটো কি?

হেড্‌ভিগ : *(দেউতাকৰ গাত ধৰি জোকাৰি)* ভাও নুজুৰিবা দেউতা, দিয়া উলিয়াই দিয়া — মোলৈ অনা ভাল খোৱা বস্তুবোৰ দিয়া আকৌ। তুমি আনিবা বুলি কথা দি গৈছিলা নহয়।

ইয়াল্‌মাৰ : অ' মই ক'তে মৰোঁ। মই একেবাৰে পাহৰি গ'লো নহয় হেড্‌ভিগ।

হেড্‌ভিগ : নাই, নাই, তুমি মোক জোকাইছা দেউতা। খুব বেয়া কথা হৈছে কিন্তু। কোৱা ক'ত লুকুৱাই থৈছা বস্তুবোৰ?

ইয়াল্‌মাৰ : আস, মই যে কেনেকৈ পাহৰিলো। অ', ৰ'বা, ৰ'বা, অলপ ৰ'বা হেড্‌ভিগ মই তোমাৰ বাবে বেলেগ

কিবা আনিছো। চাওঁ মোৰ সৌ পোছাকী কোটটো দিয়াচোন।

হেড্‌ভিগ : *(আনন্দত হাত চাপৰি মাৰে।)* মই কৈছিলো নহয় মা, দেউতাই কিবা আনিব বুলি।

গীণা : দিব নহয়, ইমান অস্থিৰ হৈছা কিয়?

ইয়াল্‌মাৰ : *(জেপৰ পৰা কাগজ এখিলা উলিয়াই)* হোঁ, এইয়া।

হেড্‌ভিগ : সেইখন? সেইখন দেখোন কাগজ।

ইয়াল্‌মাৰ : সেইখন সেই ভোজমেলৰ খোৱা বস্তুৰ তালিকা সোণ। এই চোৱা ওপৰত লিখা আছে 'মেনু'। তাৰমানে, এপদ এপদকৈ প্ৰত্যেক পদ খাদ্যৰ এখন তালিকা। একেবাৰে ছপা কৰা।

হেড্‌ভিগ : তুমি অকল এইখনকেহে আনিলানে দেউতা?

ইয়াল্‌মাৰ : সঁচাকৈয়ে কৈছো হেড্‌ভিগ মাজনী, মই পাহৰিলো। পিছে তোমাক ক'লো, ইয়াত লিখা আটাইকেপদ বস্তুয়েই খাবলৈ বৰ জুতি লগা হৈছিল। বাৰু, এতিয়া আহা, এই টেবুলখনৰ ওচৰত বহা আৰু মেনু'খন পঢ়ি যোৱা-মই তোমাক প্ৰত্যেক বিধৰে সোৱাদ কেনেকুৱা কৈ যাওঁ।

হেড্‌ভিগ : *(তাইৰ দুগালেদি চকুপানী বয়। কন্দাৰ সুৰত কয়)* হ'ব বাৰু। *(চকীখন টানি লৈ বহে, কিন্তু নপঢ়ে।)*

ইয়াল্‌মাৰ : হেড্‌ভিগ নপঢ়া কিয়।

গীণা : *(মাত তললৈ নি)* কান্দিছে দেখা নাই।

ইয়াল্‌মাৰ : *(পায়চাৰী কৰে)* ঘৰ এখনৰ গৃহস্থজনৰ পৰা কিমান কিযে আশা কৰা হয় ভাবিবই নোৱাৰি। আৰু, সামান্য কিবা এটাও যদি তেওঁ পাহৰি যায়, তেনেহ'লে তেওঁ ঘৰত আহি গোমোঠা মুখবিলাক দেখিবলৈ পোৱাটো ধুৰুপ। *(জুহালৰ ওচৰত থিয়*

*হয়)* অ' দেউতা, তুমি মনে মনে জুই পুৱাই আছা?

বৃদ্ধ এইক্‌ডাল : *(সকলোকে হাঁহে)* হুঃ হুঃ হুঃ।

ইয়াল্‌মাৰ : দেউতা, গধূলি তুমি তাত ভূমুকি মাৰিছিলাগৈনে বাৰু?

বৃদ্ধ এইক্‌ডাল : মাৰিছিলোগৈতো, নামাৰিম কিয়? বুইছ, তাই খাংটোৰ ভিতৰত সোমাইছে।

ইয়াল্‌মাৰ : হয়নে, সোমাইছেনে? তাৰমানে তাই খাংটোত সোমোৱাত অভ্যস্ত হ'বলৈ আৰম্ভ কৰিছে।

বৃদ্ধ এইক্‌ডাল : তোক মই কৈছিলো নহয়, অভ্যস্ত হৈ যাব বুলি। কিন্তু কিছুমান সৰু সৰু কথা আছে —

ইয়াল্‌মাৰ : উন্নত ব্যৱস্থা কৰাৰ সম্পৰ্কে নহয় জানো?

বৃদ্ধ এইক্‌ডাল : ঠিকেই। সেইটো আমি কৰিবই লাগিব।

ইয়াল্‌মাৰ : হ'ব বাৰু। পিছে আমি এতিয়া সেই উন্নতি সম্পৰ্কে অলপ আলোচনা কৰো। আহা এই চোফাখনত বহাহি।

বৃদ্ধ এইক্‌ডাল : ঠিক আছে। কিন্তু তাৰ আগতে মোৰ এই পাইপটো চাফা কৰি আনো। *(নিজৰ কোঠালৈ যায়)*।

গীণা : *(হাঁহি হাঁহি)* হুঁ পাইপ চাফা কৰাৰ নামত আৰু এঢোক —

ইয়াল্‌মাৰ : আঃ হা, খাবলৈ দিয়ানা। বেচেৰা সৰ্বস্বান্ত দেউতা মোৰ আৰু উন্নত ব্যৱস্থা কৰাৰ কথা? কাইলৈকে সেইবোৰ গুচাব লাগিব।

গীণা : কাইলৈ তুমি সময় নাপাবা ইয়াল্‌মাৰ ।

হেড্‌ভিগ : *(বাধা দি)* পাব, পাব মা।

গীণা : মনত ৰাখিবা ইয়াল্‌মাৰ, কাইলৈ ফটোৰ প্ৰিণ্ট সোপা ৰিটাচ্ কৰিব লাগিব। মানুহবোৰে বাৰে বাৰে তাগিদা দিছে।

ইয়াল্‌মাৰ : অঃ হঃ আকৌ সেই প্ৰিণ্টৰ কথা। কাইলৈ মই অনায়াসে সেইখিনি শেষ কৰি দিম। নতুন কিবা অৰ্ডাৰ নাইনে?

গীণা : নাই, তুমি বুক কৰি থোৱা কাম দুটাৰ বাহিৰে একো নাই।

ইয়াল্‌মাৰ : এৰা, আমাৰ নিজৰে যদি কোনো চেষ্টা নাথাকে—

গীণা : কিন্তু মই কি কৰিম? মইতো যিমান পাৰো সিমানেই প্ৰচাৰ কৰি থাকো।

ইয়াল্‌মাৰ : হয়নে, তুমি প্ৰচাৰ কৰি থাকা? ফল কিটো হৈছে দেখা গৈছে। কোঠাটো ভাৰা ল'বলৈকেও চাগৈ কোনো অহা নাই।

গীণা : এতিয়ালৈকে অহা নাই।

ইয়াল্‌মাৰ : ইয়াতকৈ বেছি আৰু কি আশা কৰিব পাৰি। কোনেও যদি মূৰ নঘমায় — নাই, নাই গীণা তুমি আৰু অলপ গা লৰাব লাগিব।

হেড়্‌ভিগ : *(আগবাঢ়ি আহে)* দেউতা, তোমাৰ বাঁহীটো আনি দিওঁনে?

ইয়াল্‌মাৰ : নাই, নাই; মোৰ জীৱনত চখ, আনন্দ উপভোগ কৰাৰ বাবে কোনো ঠাই নাই। *(পায়চাৰী কৰি)* কাম, কাম—কাম কৰা কাক কয় কাইলৈ তোমালোকক মই দেখুৱাম। মোৰ শক্তি থাকে মানে মই কাম কৰি যাম —

গীণা : অ' মোৰ ইয়াল্‌মাৰ , কথাটো মই সেইদৰে কোৱা নাছিলো নহয়।

হেড়্‌ভিগ : তোমাক বিয়েৰ এবটল আনি দিওঁনে দেউতা?

ইয়াল্‌মাৰ : নাই, নাই মই একো নিবিচাৰো। *(হঠাতে বৈ দিয়ে)* কি ক'লা? বিয়েৰ?

হেড্‌ভিগ : *(তৎক্ষণাৎ আগ্রহেৰে)* হয়, দেউতা, ধুনীয়া ঠাণ্ডা বিয়েৰ।

ইয়াল্‌মাৰ : উঁ। তুমি দিব খুজিছা যেতিয়া, আনাগৈ এটা বটল।

হেড্‌ভিগ : মই এতিয়াই আনো গৈ — *(ৰান্ধনী কোঠাৰ ফালে লৰ দিয়ে। ইয়াল্‌মাৰে ৰখায়)*।

ইয়াল্‌মাৰ : হেড্‌ভিগ ৰ'বা, ইয়ালৈ আহা। *(হেড্‌ভিগক সাৱটি ধৰে)* মোৰ অকণমানি হেড্‌ভিগ।

হেড্‌ভিগ : *(আনন্দত চকুপানী ওলাই যায়)* অ' মোৰ দেউতা? মোৰ ইমান ভাল দেউতা।

ইয়াল্‌মাৰ : নাই, নাই, মই ভাল নহয়। ধনী মানুহৰ ঘৰত আনন্দ কৰি থাকিলো, ভাল ভাল খোৱা বস্তুৰে পেট ভৰালো -- অথচ মই ....

গীণা : তেনেকৈ নক'বাচোন ইয়াল্‌মাৰ ।

ইয়াল্‌মাৰ : কিন্তু কথাটোতো সঁচা। পিছে, হেড্‌ভিগ মাজনী, এই কথালৈ তুমি চিন্তা কৰি নাথাকিবা। তুমিতো জানাই, মই তোমাক কিমান মৰম কৰো।

হেড্‌ভিগ : *(ইয়াল্‌মাৰক সাৱটি)* আমিও তোমাক কিমান যে ভালপাওঁ দেউতা।

ইয়াল্‌মাৰ : আৰু যদি মই কেতিয়াবা অবুজৰ দৰে ব্যৱহাৰ কৰো— তেতিয়া তোমালোকে বুজিবা যে— মই বহুত লেঠাৰ মাজত আছো। এঃ ছেঃ। চকুপানী ওলাই গ'ল। এইয়া মচি পেলাইছো। ক'তা, মোৰ বিয়েৰ দেখোন এতিয়াও অহা নাই। হেড্‌ভিগ মোৰ অ' বাঁহীটো আনা।

হেড্‌ভিগ : আনো দেউতা। *(অলপ পাছত)* এয়া লোৱা দেউতা।

ইয়াল্‌মাৰ : অ', দিয়া। হঁা, এতিয়া ভাল দেখিছে — হাতত

বাঁহী লৈ এয়া মই, আৰু মোৰ দুয়ো কাষে তোমালোক দুয়ো।

গীণা : হেড্‌ভিগ মোৰ ওচৰত বহাহি।

হেড্‌ভিগ : বাৰু মা। *(হেড্‌ভিগে চকী এখন টানি চপাই লৈ বহে)।*

*(ইয়াল্‌মাৰে অলপ পৰ পায়চাৰী কৰে। তাৰ পাছত নিজকে জোৰ কৰি বাঁহী বজাবলৈ বহুৱায়। শ'হে-মিয়াৰ লোক নৃত্যৰ সুৰ এটা বলিষ্ঠভাৱে বজায়— কিন্তু ঢিমা এলিজিয় লয়ত আবেগিক ভাবাৰ্থ বহন কৰি। কিন্তু সোনকালে বন্ধ হৈ যায়। ইয়াল্‌মাৰে বাওঁ হাতখন গীণালৈ প্ৰসাৰিত কৰে আৰু গভীৰ আবেগসনা কণ্ঠত কয়)।*

ইয়াল্‌মাৰ : গীণা, আমি টানি ধৰি খৰচ কৰি, ডাল-দৰিদ্ৰ হৈ জীয়াই থাকিবলগীয়া হ'লেও এইখনেই আমাৰ ঘৰ। আৰু বিশ্বাস কৰা পাৰ্টি এৰি ঘৰলৈ উভতি ঘৰ পাই মোৰ খুব ভাল লাগিছে। *(আকৌ বাঁহী বজাবলৈ আৰম্ভ কৰে। অলপ সময় যোৱাৰ পাছত বাহিৰৰ দুৱাৰত কাৰোবাৰ টোকৰ পৰে।)*

গীণা : ইয়াল্‌মাৰ চুপ। সেয়া বাহিৰত কোনোবা আহিছে।

ইয়াল্‌মাৰ : *(বাঁহীটো পুনৰ খেলফত থয়)* কোন হ'ব পাৰে বাৰু?

*(গীণাই গৈ দুৱাৰখন খোলে।)*

গীণা : *(থতমত খায়)* হঁা —

গ্ৰেইৰ্ঘেছ : *(বাহিৰৰ পৰা)* এইটো ফটোগ্ৰাফাৰ মিঃ এইক্‌ডালৰ ঘৰ হয়নে?

গীণা : হয়।

ইয়াল্‌মাৰ : *(দুৱাৰৰ পিনে আগুৱাই আহে)* আৰে গ্ৰেইৰ্ঘেছ।

সঁচাকৈয়ে আহি ওলালি? সোমাই আহ, সোমাই আহ।

গ্রেইর্ঘেছ : *(আগবাঢ়ি আহি আহি)* মই কৈছিলো নহয় তোৰ এইখিনি ওলামহি বুলি।

ইয়াল্‌মাৰ : কিন্তু আজি এই ৰাতিয়েই —? তোৰ আলহীবোৰক এৰি থৈ গুচি আহিলি?

গ্রেইর্ঘেছ : হয়, আলহীবোৰক, আৰু সেইখন ঘৰকো। নমস্কাৰ ফ্রু এইক্‌ডাল। আপুনি মোক চিনি পোৱা নাই চাগে।

গীণা : কেনেকৈ নাপাম? আপোনাক চিনি নোপোৱাৰতো কোনো কাৰণ নাই।

গ্রেইর্ঘেছ : থাকিবতো নালাগে। মই দেখাত মোৰ মাৰ দৰেই, আৰু তেওঁক আপোনাৰ কিছু হ'লেও নিশ্চয় মনত আছে?

ইয়াল্‌মাৰ : গ্রেইর্ঘেছ, তই ঘৰৰ পৰা গুচি আহিছ বুলি ক'লি যে?

গ্রেইর্ঘেছ : অঁ, মই এখন হোটেলত উঠিছো।

ইয়াল্‌মাৰ : হয় নেকি? বাৰু এতিয়া তোৰ অ'ভাৰকোটটো খুলি থ আৰু বহ।

গ্রেইর্ঘেছ : বাৰু তেনে।

*(গ্রেইর্ঘেছ ভেৰ্লেই অ'ভাৰকোটটো খোলে। ভিতৰৰ কাপোৰযোৰ সলাই আহিছে, এতিয়া গাঁৱলীয়া 'কাট'ৰ সম্পূর্ণ ছাই ৰঙৰ ছ্যুট এযোৰ পিন্ধিছে।)*

ইয়াল্‌মাৰ : গ্রেইর্ঘেছ, এইখন ছোফাত বহহি, আহ। ভালকৈ আউজি বহ। *(গ্রেইর্ঘেছ ছোফাখনত আৰু ইয়াল্‌মাৰ টেবুলৰ কাষৰ চকীখনত বহে।)*

গ্রেইর্ঘেছ : তেনেহ'লে এই কোঠাটোত তহঁতে থাক। পাছে

তোৰ কামো ইয়াতে বহিয়েই কৰ নে?

ইয়াল্‌মাৰ : এইটো ষ্টুডিঅ'হে তই দেখাই পাইছ —

গীণা : আচলতে এইটোৱেই আটাইতকৈ ডাঙৰ কোঠা, গতিকে আমি ইয়াত বহি কথা পাতিবলৈ ভাল পাওঁ।

ইয়াল্‌মাৰ : আমি আগতে ইয়াতকৈ ভাল ঘৰতো আছিলো। কিন্তু এই ঘৰটোৰ এটা সুবিধা কি জান, ইয়াত ঠাই বহুত।

গীণা : আৰু, এই বুলনিটোৰ সিটো মূৰত আৰু এটা কোঠা আছে যিটো আমি ভাৰালৈ দিবলৈ থৈছো।

গ্ৰেইৰ্ঘেছ : বৰ ভাল কথা। পাছে কোনোবা ভাৰাতীয়া আছে নেকি ইয়াল্‌মাৰ ?

ইয়াল্‌মাৰ : নাই, এতিয়ালৈকে নাই। ভাৰাতীয়া পোৱাটো কোনো কথাই নহয়— অলপ চেষ্টা কৰিলেই হ'ল। *(হেড়্‌ভিগলৈ)* হেড়্‌ভিগ বিয়েৰ কি হ'ল?

হেড়্‌ভিগ : আনো দেউতা। *(ৰান্ধনি কোঠালৈ যায়।)*

গ্ৰেইৰ্ঘেছ : এইজনীয়ে তোৰ ছোৱালী নেকি?

ইয়াল্‌মাৰ : অঁ।

গ্ৰেইৰ্ঘেছ : একমাত্ৰ সন্তান?

ইয়াল্‌মাৰ : এৰা, আগলৈ-পাছলৈ বুলিবলৈ এইজনীয়েই। আমাৰ সকলো সুখৰ মূল, *(মাতটো নমাই)* আৰু দুখৰো।

গ্ৰেইৰ্ঘেছ : দুখৰ? কিয়?

ইয়াল্‌মাৰ : তাই একেবাৰে নেদেখা হৈ যাব পাৰে।

গ্ৰেইৰ্ঘেছ : অন্ধ?

ইয়াল্‌মাৰ : এৰা, এতিয়া আৰম্ভণিহে। আগলৈ আৰু কিছুদিন এইদৰেই থাকিব। কিন্তু ডাক্তৰে আমাক আগতীয়াকৈ সাৱধান কৰি দিছে। এইটো হেনো

হ'বই।

গ্ৰেইৰ্ঘে‌ছ : *(মুখেৰে ইছ, ইছ ধৰণৰ শব্দ কৰে)* কি যে দুৰ্ভাগ্য। কাৰণ কি বুলি কৈছে?

ইয়াল্‌মাৰ : *(হুমুনিয়াহ কাঢ়ি)* খুব সম্ভৱ বংশগত।

গ্ৰেইৰ্ঘে‌ছ : *(চক্‌ খাই)* বংশগত?

গীণা : ইয়াল্‌মাৰৰ মাকৰো চকু বেয়া আছিল।

ইয়াল্‌মাৰ : হয়, দেউতাই তেনেকৈয়ে কয়, মই হ'লে ক'ব নোৱাৰো। মাক মোৰ মনতেই নপৰে।

গ্ৰেইৰ্ঘে‌ছ : বেচেৰী। কথাটো তাই বা কিদৰে লৈছে?

ইয়াল্‌মাৰ : তাই নাজানে আমি তাইক কোৱা নাই। তাই একো ভবাই নাই। তাই বাৰীৰ গান গোৱা চৰাই এজনীৰ দৰে উলাহৰে দিনবোৰ পাৰ কৰিছে আৰু তাইলৈ বৈ থকা এন্ধাৰৰ পিনে নিজৰ অজ্ঞাতেই ক্ৰমাৎ আগুৱাব ধৰিছে। সহিবলৈ যে কিমান টান হৈছে গ্ৰেইৰ্ঘে‌ছ।

*(হেড়্‌ভিগে ট্ৰে এখনত বিয়েৰৰ বটল আৰু দুটা গিলাচ লৈ সোমায় আৰু টেবুলৰ ওপৰত থয়।)*

হেড়্‌ভিগ : দেউতা—

ইয়াল্‌মাৰ : *(হেড়্‌ভিগৰ মূৰত হাত ফুৰাই)* দিয়া মাজনী দিয়া। *(হেড়্‌ভিগে ইয়াল্‌মাৰক সাৱটি ধৰি কিবা ফুচ্‌ফুচায়)*। নাই, ৰুটি মাখন নালাগে— তোমাক লাগিব নেকি গ্ৰেইৰ্ঘে‌ছ?

গ্ৰেইৰ্ঘে‌ছ : নাই, নালাগে।

ইয়াল্‌মাৰ : *(মাতত দুখৰ সুৰটো এতিয়াও আছে)*। বাৰু, হেড়্‌ভিগ দিব খুজিছা যদি দিয়া কেইখনমান। মুৰমুৰীয়া এখনমান থাকিলে মোক দিবা— আৰু মাখন কিন্তু ভালকৈ লগাই দিবা দেই।

হেড্‌ভিগ : *(আনন্দত)* মই এতিয়াই আনিছো দেউতা। *(ওলাই যায়।)*

গ্রেইর্ঘেছ : *(হেড্‌ভিগ যোৱালৈ চাই থাকে)* এনেয়ে তাইৰ স্বাস্থ্যতো ভালেই দেখিছো পিছে।

গীণা : এৰা, ঈশ্বৰৰ কৃপাত একো বেমাৰ-আজাৰ নাই।

গ্রেইর্ঘেছ : দেখিবলৈ সাইলাখ আপোনাৰ লেখীয়া হৈছে। বয়সনো কিমান?

গীণা : প্রায় চৈধ্য বছৰ। পৰহিলৈ তাইৰ জন্মদিন।

গ্রেইর্ঘেছ : বয়স চাই যথেষ্ট ওখ হৈছে।

গীণা : যোৱা বছৰ হঠাতে বৰকৈ বাঢ়ি গ'ল।

গ্রেইর্ঘেছ : এৰা, ল'ৰা ছোৱালীবোৰ বাঢ়ি অহা দেখিলে নিজৰ বয়স হোৱাৰ কথাটো বেছ অনুভৱ কৰিব পাৰি। আপোনালোকৰ বিয়া হোৱা কিমান বছৰ হ'ল?

গীণা : আমাৰ বিয়া হোৱা— ঠিক পোন্ধৰ বছৰ।

গ্রেইর্ঘেছ : ইমান দিন হ'লনে?

গীণা : *(গ্রেইর্ঘেছক ভালদৰে লক্ষ্য কৰে)* হয়, সিমান দিন।

ইয়াল্‌মাৰ : গীণাই ঠিকেই কৈছে গ্রেইর্ঘেছ। পোন্ধৰটা বছৰ নহয় যেন পোন্ধৰ মাহহে। *(প্রসংগ সলনি কৰে)*। ফেক্টৰীত পোন্ধৰটা বছৰ কটাবলগীয়া হোৱাৰ বাবে তোৰ ইমান দীঘলীয়া যেন লাগিছে।

গ্রেইর্ঘেছ : ঠিকেই কৈছ ইয়াল্‌মাৰ, তাত থকাৰ সময়ত বেছ দীঘলীয়া যেনেই লাগিছিল। কিন্তু এতিয়া উভতি চালে সিমান দিন যেন নালাগে দেখোন।

*(বৃদ্ধ এইক্‌ডাল তেওঁৰ কোঠাৰ পৰা ওলাই আহে, কিন্তু পাইপটো এতিয়া নাই। মূৰত তেওঁৰ পুৰণা লিউটিনেণ্টৰ 'কেপ'টো পিন্ধি লৈছে। খোজ অলপ অসংযত।)*

বৃদ্ধ এইক্‌ডাল : ইয়াল্‌মাৰ এতিয়া আমি কথাটো পাতিব পাৰো। হুঁ, কোনটো কথা? কোনটো কথা?

ইয়াল্‌মাৰ : *(ওচৰলৈ গৈ)* দেউতা, মানুহ আছে — গ্ৰেইৰ্ঘেছ ভেৰ্‌লে। তোমাৰ মনত আছে বা নাই?

বৃদ্ধ এইক্‌ডাল : *(গ্ৰেইৰ্ঘেছলৈ চায়, গ্ৰেইৰ্ঘেছ ইতিমধ্যে থিয় হৈ দিয়ে)* ভেৰ্‌লে? মানে, ল'ৰাটো? মোৰ ওচৰত তাৰ কি সকাম?

ইয়াল্‌মাৰ : তোমাৰ ওচৰত নহয় — সি মোক লগ পাবলৈহে আহিছে।

বৃদ্ধ এইক্‌ডাল : অ' তেন্তে ভয় কৰিবলগীয়া কথা একো নাই?

ইয়াল্‌মাৰ : নাই, নাই।

বৃদ্ধ এইক্‌ডাল : মই বেয়া পোৱা নাই, বুজিছ— মইযে কিবা ভয় কৰিছো সেইটোও নহয়। কিন্তু —

গ্ৰেইৰ্ঘেছ : *(এইক্‌ডালৰ ওচৰলৈ আহে)* লেফটেনেণ্ট এইক্‌ডাল, মই কেৱল আপোনাৰ তাহানিৰ সেই চিকাৰ কৰা ঠাইৰ বতৰা আনিছো।

বৃদ্ধ এইক্‌ডাল : মোৰ চিকাৰ কৰা ঠাই?

গ্ৰেইৰ্ঘেছ : হ্যোইডালৰ কাৰখানা অঞ্চলৰ।

বৃদ্ধ এইক্‌ডাল : অ' হ্যোইডাল। হুঁ, তাত মোক বহুতেই চিনি পাইছিল।

গ্ৰেইৰ্ঘেছ : তেতিয়াহ'লে আপুনি নামজ্বলা চিকাৰী আছিল।

বৃদ্ধ এইক্‌ডাল : হেঁঃ হেঁঃ আছিলোহে — ভাল চিকাৰী আছিলো মই। মোৰ মুৰৰ মিলিটাৰি কেপটো তুমি লক্ষ্য কৰিছা নহয়? ঘৰত পিন্ধিবলৈ অনুমতি নালাগে — কেৱল ঘৰৰ বাহিৰত নগ'লেই হ'ল।

হেড়্‌ভিগ : *(সোমায়)* দেউতা, ৰুটি মাখন। *(টেবুলত থয়)*।

ইয়াল্‌মাৰ : দেউতা বহি লোৱা, আৰু এই লোৱা বিয়েৰ।

গ্ৰেইৰ্ঘেছ, তুমিও লোৱা।

*(বৃদ্ধ এইক্‌ডাল ঢলং-পলংকৈ ছোফাত বহে আৰু কিবা ভোৰভোৰায়। গ্ৰেইৰ্ঘেছে তেওঁৰ ওচৰত চকী এখনত বহে। তেওঁৰ কাষত বহে ইয়াল্‌মাৰ। গীশাই চিলাইৰ সামগ্ৰী থকা টেবুলখনৰ পৰা অলপ আঁতৰত বহে। হেড্‌ভিগ্‌ দেউতাকৰ কাষত থিয় হয়।)*

গ্ৰেইৰ্ঘেছ : আপোনাৰ মনত আছেনে লেঃ এইক্‌ডাল, ইয়াল্‌মাৰ আৰু মই যে খৃষ্টমাছ আৰু গৰমৰ বন্ধত আপোনাক লগ পাবলৈ গৈছিলো?

বৃদ্ধ এইক্‌ডাল : গৈছিলা নেকি? নাই, নাই, সেইবিলাক মোৰ একো মনত নাই। মই কেৱল ক'ব খুজিছো, তেতিয়া মই খুব ভাল চিকাৰি আছিলো। মই ভালুকো মাৰিছিলো— ন'টাকৈ ভালুক মাৰিছিলো মই।

গ্ৰেইৰ্ঘেছ : *(সহানুভূতিৰে)* আজিকালিতো আৰু চিকাৰলৈ নাযায়েই চাগৈ?

বৃদ্ধ এইক্‌ডাল : উঁ, একেবাৰে নাযাওঁ বুলিও ক'ব নোৱাৰো। এতিয়াও মাজে সময়ে চিকাৰ নকৰা নহয় — পিছে, তেনে বিধৰ চিকাৰ নহয়। কাৰণ হাবিখন বুজিছা হাবিখন— *(বিয়েৰ এঢোক খায়)* তাৰ হাবিখন এতিয়াও ধুনীয়া হৈ আছেনে?

গ্ৰেইৰ্ঘেছ : নাই, আগৰ দৰে আৰু ধুনীয়া হৈ থকা নাই। বহু গছ কটা গ'ল নহয়।

বৃদ্ধ এইক্‌ডাল : গছ কটা? *(ভয় খোৱাৰ দৰে মাতটো তললৈ নি কয়)*। ই কিন্তু বিপদজনক কাম। ইয়াৰ পৰা সাৰি যাব নোৱাৰি। অৰণ্যই প্ৰতিশোধ লয়।

ইয়াল্‌মাৰ : *(দেউতাকৰ গিলাছত মদ ঢালে)* হোঁ, লোৱা দেউতা আৰু অলপ খোৱা।

গ্ৰেইৰ্ঘেছ : আপুনি মুকলি ঠাইত থাকিবলৈ ইমান ভাল পাইছিল। এতিয়া উশাহ বন্ধ কৰি দিব বিচৰা এনেকুৱা এখন চহৰত, এই চাৰিবেৰৰ মাজত, বাকচ এটাত সোমাই থকাৰ দৰে, কেনেকৈ আছে?

বৃদ্ধ এইক্‌ডাল : *(ইয়াল্‌মাৰলৈ চাই মৃদু শব্দ কৰি হাঁহে আৰু গ্ৰেইৰ্ঘেছে নুশুনাকৈ কয়)*। ইয়াল্‌মাৰ — হুঁঃ হুঁঃ হুঁঃ। *(গ্ৰেইৰ্ঘেছক)* নহয় গ্ৰেইৰ্ঘেছ, সিমান বেয়া নহয় — সিমান বেয়া নহয়।

গ্ৰেইৰ্ঘেছ : ভাবি চাওকচোন, মৃদু শীতল বতাহ, হাবি-বননি, বিল, দলনি, পথাৰ, গান গাই থকা চৰাই চিৰিকতিৰ মাজত আপোনাৰ মুকলিমূৰীয়া জীৱন।

বৃদ্ধ এইক্‌ডাল : ইয়াল্‌মাৰ, গ্ৰেইৰ্ঘেছক দেখুৱাওঁনে?

ইয়াল্‌মাৰ : *(বিব্ৰত হৈ লৰালৰিকৈ কয়)*। নালাগে দেউতা, আজি নালাগে।

গ্ৰেইৰ্ঘেছ : ইয়াল্‌মাৰ দেউতাৰে কি দেখুৱাব খুজিছে মোক?

ইয়াল্‌মাৰ : এই, কিবা বস্তু এটা — তই আন দিনাও চাব পাৰিবি।

গ্ৰেইৰ্ঘেছ : *(এইক্‌ডালৰ লগত কথা পাতি থাকে)*। মই কি ভাবিছো বুজিছেনে লেঃ এইক্‌ডাল, আপুনি মোৰ লগত কাৰখানালৈকে ব'লক। মই অলপতে তালৈ যাম। তাতো আপোনাৰ কপি কৰাৰ কাম ওলাব। ইয়াততো আপোনাৰ ভাল লাগিবলৈ একোৱেই নাই।

বৃদ্ধ এইক্‌ডাল : *(আচৰিত হৈ)* মোৰ ভাল লাগিবলৈ একোৱেই নাই বুলি ক'লা তুমি?

গ্ৰেইৰ্ঘেছ : অৱশ্যে ইয়াল্‌মাৰ আছে, কিন্তু তাৰোতো এখন নিজা সংসাৰ আছে। আপোনাৰ দৰে বন্ধনহীন মুকলিমূৰীয়া জীৱনত অভ্যস্ত মানুহে —

| | |
|---|---|
| বৃদ্ধ এইক্‌ডাল | ঃ *(টেবুলত ভুকুৱাই)* ইয়াল্‌মাৰ, গ্ৰেইৰ্ঘেছে আজিয়েই চাব। |
| ইয়াল্‌মাৰ | ঃ কিন্তু দেউতা, আন্ধাৰ হৈ গৈছে, এতিয়া দেখুৱাই কিবা লাভ হ'ব জানো। |
| বৃদ্ধ এইক্‌ডাল | ঃ মূৰ্খ, জোনৰ পোহৰ আছে। তেওঁ আলবৎ চাব বুলি কৈছো। *(থিয় হয়)*। মই সৌ তালৈ যাওঁ — আহ, তই মোক সহায় কৰহি। |
| হেড্‌ভিগ | ঃ যোৱা দেউতা। |
| ইয়াল্‌মাৰ | ঃ বা-ক। |
| গ্ৰেইৰ্ঘেছ | ঃ মিছেছ্ এইক্‌ডাল, আপোনাৰ শহৰেকে মোক কি দেখুৱাব খুজিছে? |
| গীণা | ঃ তেনেকুৱা একো নহয়। আপুনি সাংঘাতিক কিবা এটা চাবলৈ পাম বুলি নাভাবিব। |

*(ইতিমধ্যে ইয়াল্‌মাৰ আৰু দেউতাক ষ্টেজৰ পিছফালৰ অংশ পাইছেগৈ। দুয়ো ডাবল-ডোৰ দুৱাৰখন দুই কাষলৈ হোঁহোকাই নিয়ে। হেড্‌ভিগে ককাকক সহায় কৰে। গ্ৰেইৰ্ঘেছ চোফাখনৰ কাষত থিয় হৈ থাকে, গীণাই নিঃশব্দে চিলাই কৰি থাকে। মুকলি দুৱাৰখনেদি আটালখন দেখা যায়। অনিয়মীয়া আকাৰৰ বহুকেইটা খোলনি, সেইবিলাকেৰে গৈছে কোঠা গৰম কৰা ষ্টভৰ দুডাল পাইপ। স্কাইলাইটেদি আটালখনৰ কিছু কিছু ঠাইত জোনৰ পোহৰ পৰিছে, বাকীছোৱা এন্ধাৰ।)*

| | |
|---|---|
| বৃদ্ধ এইক্‌ডাল | ঃ গ্ৰেইৰ্ঘেছ এইখিনিলৈ আহি চোৱা। |
| গ্ৰেইৰ্ঘেছ | ঃ কিনো আছে? *(ওচৰ চাপে)*। |
| বৃদ্ধ এইক্‌ডাল | ঃ চোৱাহিচোন বাৰু। |
| ইয়াল্‌মাৰ | ঃ *(অলপ বিব্ৰতভাৱে)* এই গোটেইবিলাক আমাৰ |

দেউতাৰ, বুজিছ।

গ্ৰেইৰ্ঘেছ : *(আটালৰ ভিতৰলৈ ভুমুকি মাৰি)* হাঁহ-কুকুৰা পুহিছে নেকি আপুনি?

বৃদ্ধ এইক্ডাল : ক'ব পাৰা হাঁহ-কুকুৰা পুহিছো বুলি, কিন্তু সিহঁত এতিয়া শুইছে, তুমি দিনত চাবা *(মাতত ৰহস্যৰ আভাষ)*।

হেড্ভিগ : তাত আমাৰ এটা —

বৃদ্ধ এইক্ডাল : হেই হেড্ভিগ, উহুঁ, উহুঁ, এতিয়াই ক'ব নালাগে।

গ্ৰেইৰ্ঘেছ : পাৰও পুহিছে?

বৃদ্ধ এইক্ডাল : নিশ্চয়। চালৰ আওলাৰ তলত সিহঁতৰ বাহ সাজি দিছো। এই পাৰবোৰে মাটিতকৈ ওপৰতহে থাকিবলৈ বিচাৰে, বুজিছা।

গ্ৰেইৰ্ঘেছ : এইবিলাক দেখিছো বেলেগ জাতৰ পাৰ।

বৃদ্ধ এইক্ডাল : ঠিকেই ধৰিছা, সচৰাচৰ দেখা পাৰ আমি পোহা নাই। আমাৰ 'টাম্ব্লাৰ' আৰু এযোৰ 'পাউটাৰ' পাৰও আছে। কিন্তু এইফালে চোবাহি। বেৰৰ গাত সৌ থোকাটো দেখিছা?

গ্ৰেইৰ্ঘেছ : দেখিছো। কি আছে তাত?

বৃদ্ধ এইক্ডাল : শহাপহু। সিহঁতে ৰাতি হ'লে তাত শুয়ে।

গ্ৰেইৰ্ঘেছ : আপুনি শহাপহুও গোটাইছে?

বৃদ্ধ এইক্ডাল : হাঁ হাঁ, আমাৰ শহাপহুও আছে। ইয়াল্মাৰ, গ্ৰেইৰ্ঘেছে সুধিছে আমি শহাপহুও পুহিছো নেকি? হুঁঃ হুঁঃ গ্ৰেইৰ্ঘেছ এতিয়া তোমাক মই দেখুৱাম এক অপূৰ্ব দৃশ্য। হেড্ভিগ, আঁতৰাচোন। এইফালে আগুৱাই আহা গ্ৰেইৰ্ঘেছ। ইয়াতে থিয় হোৱা, হাঁ, এতিয়া তালৈ চাই পঠিওৱা। বাঁহৰ সজা এটা দেখিছানে নাই? ভিতৰত যে খেৰ দিয়া আছে?

গ্ৰেইৰ্ঘেছ : দেখিছো; আৰু তাত চৰাই এজনী শুই থকাও দেখিছো।

বৃদ্ধ এইক্‌ডাল : হঁ — চৰাই এজনী।

গ্ৰেইৰ্ঘেছ : হাঁহ যেন লাগিছে।

বৃদ্ধ এইক্‌ডাল : হাঁহ বুলিতো দেখাই গৈছে।

ইয়াল্‌মাৰ : কিন্তু কি হাঁহ?

গ্ৰেইৰ্ঘেছ : এ — পাতি হাঁহ নহয়?

বৃদ্ধ এইক্‌ডাল : চু — মনে মনে।

গ্ৰেইৰ্ঘেছ : কিন্তু মাছকোভি হাঁহো নহয়।

বৃদ্ধ এইক্‌ডাল : নিশ্চয় নহয় গ্ৰেইৰ্ঘেছ, এইজনী ঘৰচীয়া 'মাছকোভি' হাঁহ নহয় — এইজনী বনৰীয়া হাঁহ।

গ্ৰেইৰ্ঘেছ : হয় নে নহয়। বনৰীয়া হাঁহ?

বৃদ্ধ এইক্‌ডাল : অৱশ্যে হয়। যাক তুমি 'চৰাই' বুলি কৈছা, সেইজনী এজনী ব'নৰীয়া হাঁহ। আমাৰ বনহাঁহ।

হেড্‌ভিগ : মোৰ বনহাঁহ ককা। এইজনী মোৰ।

গ্ৰেইৰ্ঘেছ : আটালখনত ৰাখিলে তাই বাচিবনে?

বৃদ্ধ এইক্‌ডাল : পানীত ওমলিবলৈ তাইৰ বাবে খোলনি এটা ৰখা হৈছে।

ইয়াল্‌মাৰ : আৰু এদিন এৰি এদিন তাৰ পানীও সলাই দিয়া হয়।

গীণা : *(মাত ডাঙৰকৈ ইয়াল্‌মাৰলৈ)* ইয়াল্‌মাৰ, জাৰ কিন্তু বাঢ়ি গৈ আছে। বৰফৰ দৰে চেঁচা জাৰ।

বৃদ্ধ এইক্‌ডাল : তেনেহ'লে আমি দুৱাৰখন জপাই দিওঁ, নহলে ইহঁতৰ টোপনি ভাগি যাব। হেড্‌ভিগ, চাওঁ দুৱাৰখন জপাই দিয়া। *(হেড্‌ভিগ আৰু ইয়াল্‌মাৰে আটালৰ দুৱাৰখন মাৰি দিয়ে।)*

| | |
|---|---|
| গ্ৰেইৰ্ঘেছ | : বাৰু। |
| | *(আকৌ আহি এইক্‌ডাল জুহালৰ দাতিৰ আৰামী চকীখনত বহে।)* |
| বৃদ্ধ এইক্‌ডাল | : এই বনৰীয়া হাঁহবিলাক, বৰ বিচিত্র চৰাইহে। |
| গ্ৰেইৰ্ঘেছ | : কিন্তু আপুনি ধৰিলে কেনেকৈ হাঁহজনী? |
| বৃদ্ধ এইক্‌ডাল | : মই ধৰা নাই। চহৰখনৰ আন এজনেহে সেইফেৰা অনুগ্ৰহ কৰিলে। |
| গ্ৰেইৰ্ঘেছ | : সেইজন চাগৈ মোৰ দেউতা। *(অলপ চক খাই কয়)*। |
| বৃদ্ধ এইক্‌ডাল | : ঠিক ধৰিছা। তোমাৰ দেউতাৰাইহে কামটো কৰিছিল। |
| গ্ৰেইৰ্ঘেছ | : ইয়াল্‌মাৰ, তই কৈছিলি নহয় যে মোৰ দেউতাৰ ওচৰত তই নানাভাৱে ঋণী, গতিকে মই ধৰি ল'লো — |
| গীণা | : হাঁহজনী পিছে আমাক মিঃ ভেৰ্‌লেই দিয়া নাই দেই। |
| বৃদ্ধ এইক্‌ডাল | : হ'ব দিয়া গীণা। হকন ভেৰ্‌লে এনেয়েও আমাৰ ধন্যবাদৰ পাত্ৰ। বুজিছা গ্ৰেইৰ্ঘেছ, তেওঁ নাৱেৰে চিকাৰ কৰিবলৈ গৈ হাঁহজনীক গুলীয়াইছিল। কিন্তু কি হ'ব — দেউতাৰৰ দৃষ্টিশক্তি আগৰ দৰে প্ৰখৰ নাছিল, গুলী গৈ ঠিক ঠাইত নালাগিল। হাঁহজনী মাথো অলপ জখম হ'ল। |
| গ্ৰেইৰ্ঘেছ | : তাৰ মানে সামান্য আঘাত লাগিছিল? |
| ইয়াল্‌মাৰ | : এৰা, দুই তিনি ঠাইত। |
| হেড্‌ভিগ | : ডেউকাত গুলী লাগিছিল। সেয়ে বেচেৰী উৰিব নোৱাৰা হৈছে। |
| গ্ৰেইৰ্ঘেছ | : গুলী খাই তাই চাগৈ পানীৰ তলত ডুব দিছিল? |
| বৃদ্ধ এইক্‌ডাল | : *(টোপনি ধৰা আৰু গধুৰ হৈ পৰা মাতেৰে)* বনৰীয়া হাঁহবোৰে তেনেকৈ ডুব মাৰেই। তললৈ গৈ জাবৰে- |

জোথৰে যিহকে পায় তাতে কামোৰ মাৰি ধৰি থাকে। আৰু ওপৰলৈ নুঠে।

গ্ৰেইৰ্ঘেছ : কিন্তু লেঃ এইক্ডাল, আপোনালোকৰ হাঁহজনী ওপৰলৈ উঠি আহিল।

বৃদ্ধ এইক্ডাল : তোমাৰ দেউতাৰৰ এটা আচৰিত ধৰণৰ বুধিয়ক কুকুৰ আছিল। সি হাঁহজনীক খেদি গৈ তাইৰ লগে লগে জাঁপ মাৰি পানীৰ তললৈ গৈ তাইক উঠাই আনিছিল।

গ্ৰেইৰ্ঘেছ : *(ইয়াল্মাৰক)* আৰু তেতিয়া দেউতাই তইঁতক হাঁহজনী দি দিলে, নহয় জানো ইয়াল্মাৰ ?

ইয়াল্মাৰ : তেতিয়া নহয়। প্ৰথমে দেউতাৰে হাঁহজনী ঘৰলৈকে নিছিল। পাছে তাই তাত মাৰো মৰো হোৱা দেখি পেটেৰছেনে মাৰি পেলাব খুজিছিল।

বৃদ্ধ এইক্ডাল : *(আধা টোপনিত)* হুঁ — পেটেৰছেন — এটা গৰ্দভ সি —

ইয়াল্মাৰ : *(মাতটো সৰু কৰি)* বুজিছ গ্ৰেইৰ্ঘেছ, দেউতাৰ লগত পেটেৰছেনৰ ভাল আছিল। বনৰীয়া হাঁহজনীৰ কথাটো শুনি দেউতাই পেটেৰছেনক বুজাই বঢ়াই হাঁহজনী লৈ আহিল।

গ্ৰেইৰ্ঘেছ : ইয়াত আটালখনত, বেছ ভালেৰেই আছে নহয়নে ?

ইয়াল্মাৰ : অঁ, খাই-বৈ নোদোকাজনী হৈছে। বহুদিন হ'ল নহয়, আগৰ বনৰীয়া জীৱনটো পাহৰি পেলাইছে। সেইটোৰহে বোধহয় প্ৰয়োজন আছিল।

গ্ৰেইৰ্ঘেছ : ঠিকেই কৈছ। কিন্তু চাবি ইয়াল্মাৰ, এইজনীয়ে যেন কেতিয়াও ওপৰত আকাশ আৰু তলত পানী দেখিবলৈ নাপায়। *(বৃদ্ধ এইক্ডালৰ নাকৰ ঘোৰ ঘোৰণি)* পিছে মই যাওঁ দেৰী হ'ল, দেউতাৰ

বোধকৰো টোপনি গ'ল।

ইয়াল্‌মাৰ : কেৱল সেইটো কাৰণতে নাযাবি আকৌ।

গ্ৰেইৰ্ঘেছ : নহয়, নহয় — ৰ, শুনচোন — ভাৰালৈ দিবলগীয়া কোঠাটো এতিয়াও ভাৰা হোৱা নাই বুলি কৈছিলি নহয়?

ইয়াল্‌মাৰ : অঁ, কেলেই? তোৰ জনাশুনা কোনোবা আছে নেকি?

গ্ৰেইৰ্ঘেছ : মোক দিবিনে ভাৰা?

ইয়াল্‌মাৰ : তোক?

গীণা : আপোনাক মিঃ ভেৰ্‌লে?

গ্ৰেইৰ্ঘেছ : আপোনালোকে কোঠাটো যদি দিয়ে, তেনেহ'লে কাইলৈ পুৱাই মই গুচি আহিম।

ইয়াল্‌মাৰ : লবি আৰু ভাল কথা —

গীণা : কিন্তু মিঃ ভেৰ্‌লে, আপুনি কেনেকৈ থাকিব সেই কোঠাটোত? সেইটো কোঠা আপোনাৰ বাবে উপযুক্ত নহ'ব নহয়।

ইয়াল্‌মাৰ : তেনে কথা তুমি নক'বা গীণা।

গীণা : কোঠাটো আপোনাৰ কাৰণে বৰ সৰু হ'ব। তাতে পোহৰো কম আছে, আৰু —

গ্ৰেইৰ্ঘেছ : সেইটো একো ডাঙৰ কথা নহয় এইক্‌ডাল।

ইয়াল্‌মাৰ : মই তোক কওঁ গ্ৰেইৰ্ঘেছ, কোঠাটো বৰ ধুনীয়া, আৰু আচবাব পত্ৰও বেয়া বুলি তই ক'ব নোৱাৰা।

গীণা : কিন্তু তলৰ কোঠাত থকা দুজনৰ কথা মনত আছেতো?

গ্ৰেইৰ্ঘেছ : কোন তেওঁলোক?

গীণা : এজন একালত গৃহশিক্ষক আছিল —

ইয়াল্‌মাৰ : হয়, মিঃ মল্‌ভিক — এসময়ত তেওঁ ধৰ্মযাজকৰ প্ৰশিক্ষণো লৈছিল।

গীণা : আনজন ডাক্তৰ। নাম ৰেলিং।

গ্ৰেইৰ্ঘেছ : ৰেলিং? তেওঁৰ লগত মোৰ সামান্য চিনাকি আছে। এসময়ত হ্যোইডালত ডাক্তৰী কৰিছিল।

গীণা : দুইজনেই বিচিত্ৰ চৰিত্ৰৰ। দুয়ো প্ৰায়ে ওলাই গৈ ডিঙিলৈকে মদ খায়। ওভতে বহুত ৰাতিকৈ, বঁৰ হঁচতো —

গ্ৰেইৰ্ঘেছ : সেইবিলাক কথাত মই সোনকালে অভ্যস্ত হৈ যাম। আৰু বুজিছে, মই ভাবো, মই বনৰীয়া হাঁহৰ দৰেই থাকিব লাগিব।

গীণা : আপুনি প্ৰথমে এৰাতি কটাই চাওকচোন বাৰু।

গ্ৰেইৰ্ঘেছ : দেখিছো, মোক থাকিবলৈ দিয়াৰ ইচ্ছা আপোনাৰ নাই ফ্ৰু এইক্‌ডাল।

গীণা : হে' মোৰ ঈশ্বৰ। আপোনাকনো কিয় মই থাকিবলৈ নিদিম বাৰু?

ইয়াল্‌মাৰ : ছেঃ গীণা, কিনো কথাবিলাক কৈ আছা? গ্ৰেইৰ্ঘেছ, তই এতিয়া আমাৰ এই চহৰতে থাকিব খুজিছ নেকি?

গ্ৰেইৰ্ঘেছ : এৰা, সদ্যহতে মই ইয়াতেই থাকিম বুলি ঠিক কৰিছো।

ইয়াল্‌মাৰ : কিন্তু দেউতাৰাৰ সহায় নোলোৱাকৈ নিজে পিছে কি কৰিম বুলি ভাবিছ?

গ্ৰেইৰ্ঘেছ : সেইটোকেই যদি জানিলোহেঁতেন তেনেহ'লেতো কথাই নাছিল। কিন্তু চা, যদি কোনো দুৰ্ভগীয়াৰ নাম হয় 'গ্ৰেইৰ্ঘেছ' আৰু তাৰ পাছত থাকে 'ভেৰ্‌লে' — ইয়াল্‌মাৰ, তাতকৈ ঘৃণনীয় আৰু তই কিবা

শুনিছনে?

ইয়াল্‌মাৰ : মই হ'লে ইয়াত ঘৃণনীয় একো —

গ্রেইর্ঘেছ : *(জিকাৰ খাই)* এনে নাম শুনিলে মোৰ থুৱাই দিবলৈ মন যায়। গ্রেইর্ঘেছ ভেৰ্‌লে নামেৰে চিনাকি দিয়াৰ দুৰ্ভাগ্য যাৰ —

ইয়াল্‌মাৰ : *(হাঁহে)* হাঃ হাঃ হাঃ তই যদি গ্রেইর্ঘেছ ভেৰ্‌লে হ'ব নোখোজ তেনেহ'লে কি হ'ব খোজ?

গ্রেইর্ঘেছ : মই এটা বুধিয়ক কুকুৰ হ'ব খোজো।

ইয়াল্‌মাৰ : কুকুৰ?

হেড্‌ভিগ : *(ক'ব নোৱাৰাকৈ মুখৰ পৰা ওলাই)* নাই, নাই।

গ্রেইর্ঘেছ : হয় মই এটা অসাধাৰণ বুধিয়ক কুকুৰ হ'ব খোজো, পানীৰ তললৈ গৈ জেং জাবৰত কামোৰ মাৰি ভাঁহি থকা হাঁহজনীৰ পিছে পিছে গৈ পানীত ডুব দিয়া সেই কুকুৰটোৰ দৰে হ'ব খোজো মই।

ইয়াল্‌মাৰ : তই যে কি ব'লকিব ধৰিছ তাৰ আগগুৰি মই একো বুজি পোৱা নাই অ'।

গ্রেইর্ঘেছ : এৰা, আৰু শুনিবলৈকেও ভাল নহয়। তেন্তে, মই কাইলৈ পুৱা আহিম। *(গীণাক)* আপোনাক অকণো দিগদাৰ নিদিওঁ, নিজৰ কাম মই নিজেই কৰিব পাৰোঁ। ইয়াল্‌মাৰ কাইলৈ তেনে, আমাৰ বকলাৰ মোখনি মাৰিম। আহোঁ দেই এইক্‌ডাল। হেড্‌ভিগ, থাকিবা দেই।

ইয়াল্‌মাৰ : *(ম'ম এডাল জ্বলাই।)* গ্রেইর্ঘেছ ৰবি চিৰিটো একেবাৰে এন্ধাৰ, মই তোক তললৈকে আগবঢ়াই দিওঁ, ব'ল। *(গীণাই চিলাইৰ বস্ত্ৰখিনি কোলাত থৈ সন্মুখলৈ চাই থাকে।)*

গীণা : কি যে কথা, কুকুৰ হ'ব খোজে।

হেড্‌ভিগ : নহয় তেওঁ বোধহয় কিবা বেলেগ অৰ্থতহে কথাটো কৈছে।

গীণা : কিনো আকৌ বেলেগ অৰ্থ এটা হ'ব?

হেড্‌ভিগ : ক'ব নোৱাৰো। কিন্তু কথাবোৰ তেওঁ পোনপোটীয়াকৈ কোৱা যেন লগা নাই।

গীণা : জানো পাই। মানুহজনৰ কথাবোৰ কিবা বৰ আচহুৱা ধৰণৰ।

ইয়াল্‌মাৰ *(উভতি আহি)* : গীণা লাইটটো তেতিয়াও জ্বলি আছিল *(হাতৰ ম'মডাল ফুমাৰি নুমুৱাই থৈ দিয়ে।)* অ'ফ — এতিয়াহে যদি কিবা এটা খোৱাৰ সময় ওলাল। *(ৰুটি এডোখৰ খায়।)* বুজিছা গীণা, চকু-কাণ খোলা ৰাখিলে —

গীণা : কি চকু খোলা ৰখাৰ কথা কৈছাহে?

ইয়াল্‌মাৰ : যাবলৈ দিয়া সেই কথা, মুঠতে আমাৰ কপাল ভাল যে ভাৰাতীয়া এজন পোৱা গ'ল। তাতে গ্ৰেইৰ্ঘেছৰ দৰে সৰু কালৰ বন্ধু, কি কোৱা?

গীণা : কিনো ক'ম?

ইয়াল্‌মাৰ : তুমিও আৰু গীণা। কিছুপৰৰ আগতে কোঠাটো ভাৰা দিবলৈ তুমি অস্থিৰ হৈ পৰিছিলা। এতিয়া লোৱা মানুহ ওলালত তুমি দিব নোখোজা হৈছা।

গীণা : আঃ ইয়াল্‌মাৰ, ভাৰা দিবলৈ বিচাৰো মই, কিন্তু আন কাৰোবাকহে দিব বিচাৰো। ডাঙৰ ভেৰ্‌লেই কি ভাবিব কোৱাচোন?

ইয়াল্‌মাৰ : হকন ভেৰ্‌লে? তেওঁ মাত মাতিবলৈ কোন?

গীণা : তুমি দেখোন জানাই বাপেক-পুতেকৰ মাজত সম্পৰ্ক কেনেকুৱা। ডেকা ভেৰ্‌লেই যদি ঘৰ এৰি গুচি আহিছে তেন্তে তেওঁলোকৰ সম্পৰ্ক আকৌ

বেয়া হৈছে।

ইয়াল্‌মাৰ : সেইটো সঁচা যদিও, তথাপি —

গীণা : আৰু, তুমি ধৰিয়েই ল'ব লাগিব যে তেওঁ ভাবিব ইয়াৰ মূলতে তুমি।

ইয়াল্‌মাৰ : ভাবিবলৈ দিয়া। তেওঁ অৱশ্যে মোৰ কাৰণে যথেষ্ট কৰিছে — সেই কথা মই কেতিয়াও অস্বীকাৰ নকৰো। কিন্তু সেইবুলি মই গোটেই জীৱন ধৰি সকলো কথাতে তেওঁৰ অনুমতি ল'ব লাগিবনে?

গীণা : তেখেতে বেয়া পালে দেউতাৰহে বেছি ক্ষতি হ'ব। কপিৰ কামবোৰৰ বাবে গ্ৰবেৰ্গৰ পৰা যি দুই-চাৰি অ'ৰে পাইছিল তাৰ মুদা মৰিব।

ইয়াল্‌মাৰ : ভালেই হ'ব। দেউতাক কাৰোবাৰ কৃপাৰ পাত্ৰ হোৱা যেন দেখিলে মই বৰ অপমান পাওঁ। কিন্তু মই ক'লো তেনে দিন আমাৰ শেষ হৈ আহিছে। মোৰ জীৱনৰ এটা উদ্দেশ্য আছে, তাক মই এতিয়া সফল কৰি তুলিম।

হেড্‌ভিগ : অঁ দেউতা, লাগি যোৱা তোমাৰ কামত।

গীণা : হেই, মনে মনে — দেউতাৰ টোপনি ভাগি যাব।

ইয়াল্‌মাৰ : *(কোমলকৈ)* বুজিছা গীণা, মই সফল হ'মেই। এনে এদিন আহিব যেতিয়া — আৰু সেই কাৰণেই কোঠাটো ভাৰা হৈ যোৱাটো বৰ ভাল কথা হৈছে। ইয়াৰ ফলত মোৰ নিজকে আৰু স্বাৱলম্বী যেন লাগিছে। যাৰ জীৱনৰ কোনো উদ্দেশ্য থাকে তেওঁ আনৰ ওপৰত নিৰ্ভৰশীল হৈ থকাটো উচিত নহয়। *(দেউতাকৰ ওচৰলৈ গৈ চকীখনত ধৰি আবেগেৰে)* দেউতা তোমাৰ ইয়াল্‌মাৰৰ ওপৰত তুমি ভৰসা ৰাখা দেউতা। তোমাৰ ল'ৰাৰ বাহুত বল আছে, কান্ধত শক্তি আছে। কোনোবা দিনা কোনো এক

।। বনহাঁহ।।

শুভক্ষণত সাৰ পাই হঠাৎ — *(গীণালৈ চাই)*
গীণা, মোৰ কথা চাঁগে তুমি বিশ্বাস নকৰা?

গীণা : কেলেই নকৰিম? কিন্তু এতিয়া দেউতাক বিচনালৈ নিবৰ দিহা কৰো আহা।

ইয়াল্‌মাৰ : এৰা, আহা *(দুয়ো মিলি সাৱধানে বুঢ়া এইক্‌ডালক দাঙে।)*

□□□

## তৃতীয় অঙ্ক

*(ইয়াল্‌মাৰ এইক্‌ডালৰ ষ্টুডিঅ'। পিছদিনা ৰাতিপুৱা। এঢলীয়া চালখনৰ গাত লগোৱা ডাঙৰ খিড়িকীখনৰ আইনাইদি কোঠাটোত বেলিৰ উজ্বল পোহৰ পৰিছে। পৰ্দাখন গুচাই থোৱা আছে। ইয়াল্‌মাৰে বহি টেবুলৰ ওপৰত ফটো এখন 'ৰিটাচ' কৰিছে। আন কিছুমান 'প'ট্ৰেট' তেওঁৰ সন্মুখত সিঁচৰতি হৈ আছে। কিছুপৰৰ পাছত গীণা সোমাই আহে; গাত 'ক্লোক', মূৰত টুপী। হাতত ঢাকনি দিয়া বাস্কেট এটা।)*

ইয়াল্‌মাৰ : বৰ সোনকালে উভতিলা দেখোন?

গীণা : মোৰনো সময় ক'ত পলম কৰিবলৈ?

*(গীণাই বাস্কেটটো চকী এখনৰ ওপৰত থৈ এপদ এপদকৈ বস্তু উলিয়ায়।)*

ইয়াল্‌মাৰ : গ্ৰেইৰ্ঘেছৰ কোঠাটোত সোমাইছিলানে?

গীণা : সোমাইছিলো আকৌ, কি বঢ়িয়া দৃশ্য। অহাৰ লগে লগেই কোঠাটো তেওঁ সুদৃশ্য কৰি পেলাইছে।

ইয়াল্‌মাৰ : কেনেকৈ?

গীণা : তেওঁ কৈছিল তেওঁ নিজে তেওঁৰ কাম কৰিব বিচাৰে। গতিকে জুই ফুউৱা ষ্টোভটো তেওঁ চলাই দিছে আৰু ৰেগুলেটাৰটো থৈছে বন্ধ কৰি যাতে কোঠাটো গোটেই ধোৱাময় হৈ পৰে। আৰু, কিযে পোৱা গোন্ধ!

ইয়াল্‌মাৰ : কিনো কোৱা!

গীণা : তাতেই শেষ নহয়। শুনা, তোমাৰ গ্ৰেইৰ্ঘেছে ধোৱা-পখলাৰ বাবে থোৱা গোটেইবোৰ পানী ষ্টোভটোত

ঢালি দিলে। গোটেইখন মজিয়া পানী পৰি একাকাৰ। কোঠাটো একেবাৰে খেৰেচ হৈ আছে।

ইয়াল্‌মাৰ : কি যে আপদ।

গীণা : চেৰা-বলিয়া, জধলা মানুহজন। ওলাই যোৱাৰ পাছত কোঠাটো চাফা কৰিবলৈ চকিদাৰৰ ঘৈণীয়েকজনীক কৈ আহিছো। কিন্তু আবেলিৰ আগতে তালৈ যাব পৰা নহ'ব।

ইয়াল্‌মাৰ : সিনো এতিয়া কি কৰিছে তাত?

গীণা : মোক কৈছে, তেওঁ হেনো অলপ ওলাই যাব।

ইয়াল্‌মাৰ : তুমি ওলাই যোৱাৰ পাছত ময়ো তাক এবাৰ লগ পাবলৈ গৈছিলো।

গীণা : কৈছে। আৰু তুমি যে তেওঁক দুপৰীয়া খাবলৈ মাতি আহিছা সেই কথাও কৈছে।

ইয়াল্‌মাৰ : সাধাৰণ কিবা ৰান্ধিলেই হ'ল। আমাৰ ইয়ালৈ সি প্ৰথম আহিছে, কিবা অলপ খুৱাবতো লাগিব। ঘৰত যি আছে তাৰেই হ'ব।

গীণা : চাওঁচোন, কি আছে —

ইয়াল্‌মাৰ : গীণা, অলপ বেছিকৈ ৰান্ধিব লাগিব, কাৰণ মল্‌ভিক আৰু ৰেলিঙো আহি ওলাব পাৰে। মানে তেওঁলোকক লগ পালো বুজিছা, গতিকে নামাতি—

গীণা : সেই দুজনক কিয় মাতিলা?

ইয়াল্‌মাৰ : একো নহয় দিয়া। অলপ বেছিকৈ ৰান্ধিলে কিনো হ'ব?

বৃদ্ধ এইক্‌ডাল : *(নিজৰ কোঠাৰ দুৱাৰ খুলি ওলাই আহে)*। ইয়াল্‌মাৰ, অ' *(গীণাক দেখা পায়)* হ'ব বাৰু ...

গীণা : কিবা লাগে নেকি দেউতা?

বৃদ্ধ এইক্‌ডাল : নাই, নাই একো নালাগে। হুঁ — *(তেওঁৰ কোঠাৰ দুৱাৰ মৰাৰ শব্দ)*।

গীণা : *(বাস্কেটটো হাতত লৈ),* ইয়াল্‌মাৰ, চাবা দেউতা যেন এতিয়া ওলাই নাযায়।

ইয়াল্‌মাৰ : হ'ব, গীণা, —হেৰি মাছৰ আচাৰ অলপ পোৱা যাবনে? বোধকৰো ৰেলিং আৰু মল্‌ভিকে ইয়াকে খাই কালি ৰাতিটো কটাই দিলে।

গীণা : যিয়ে নকৰক, মুঠতে মোৰ কাম শেষ হোৱাৰ আগতে তেওঁলোক নাহিলেই হ'ল।

ইয়াল্‌মাৰ : নাই, নাই, সিহঁত এতিয়াই নাহে-তোমাৰ যিমান সময় লাগে সিমান সময় লোৱা।

গীণা : আৰু তোমাৰ কামো কিছু আঁটাই লোৱা।

ইয়াল্‌মাৰ : মই দেখোন কাম কৰিয়েই আছো দেখা নাই নেকি? মই যি পাৰো কৰিয়ে আছো।

গীণা : মই ক'ব খুজিছো, তেনেকৈহে তুমি হাতৰ কামখিনি শেষ কৰিব পাৰিবা।

*(গীণাই তেওঁৰ বাস্কেটটো লৈ পাকঘৰলৈ যায় আৰু ইয়াল্‌মাৰে পুনৰ ব্ৰাছডাল লৈ তেওঁৰ কামত ধৰে। লাহে লাহে, নিতান্ত অনিচ্ছাৰে। এনেতে আকৌ নিজৰ কোঠাৰ দুৱাৰখন মেলি বুঢ়া এইক্‌ডাল ভুমুকি মাৰে আৰু কোনো নাই দেখি ইয়াল্‌মাৰক সোধে)*

বৃদ্ধ এইক্‌ডাল : তোৰ হ'লনে?

ইয়াল্‌মাৰ : এই আটাইকেইখন ফটোৰ কাম মই শেষ কৰিব লাগে।

বৃদ্ধ এইক্‌ডাল : থক তেনেহ'লে কথাটো ইমান জৰুৰী নহয় তই যদি ব্যস্ত আছ।

*(বৃদ্ধ পুনৰ নিজৰ কোঠালৈ উভতি যায়, কিন্তু দুৱাৰ বন্ধ নকৰে। ইয়াল্‌মাৰে কিছুপৰ নিঃশব্দে কাম কৰে। তাৰ পাছত হাতৰ তুলিকাডাল নমাই থয় আৰু*

*উঠি গৈ দেউতাকৰ কোঠাৰ দুৱাৰমুখত ৰয়।)*

ইয়াল্‌মাৰ : দেউতা, ব্যস্ত নেকি?

বৃদ্ধ এইক্‌ডাল : *(ভিতৰৰ পৰা ক্ষুণ্ণ কণ্ঠত)* তই যদি ব্যস্ত থাকিব পাৰ, মইয়ো ব্যস্ত আছো হাঁ।

ইয়াল্‌মাৰ : বাৰু।

*(ইয়াল্‌মাৰে উভতি আহি পুনৰ কামত ধৰে। কেই মুহূৰ্তমানৰ পাছত বৃদ্ধ এইক্‌ডাল নিজৰ কোঠাৰ পৰা ওলাই আহি ইয়াল্‌মাৰৰ ওচৰত ৰয়।)*

বৃদ্ধ এইক্‌ডাল : মই সিমান ব্যস্ত অৱশ্যে নহয়।

ইয়াল্‌মাৰ : মই ভাবিছিলো তুমি কপিৰ কাম কৰি আছা।

বৃদ্ধ এইক্‌ডাল : মাৰ গুলি গ্ৰবেৰ্গক। সি ৰ'ব দুই এদিন। এইটোতো আৰু জীয়া মৰাৰ কথা নহয়।

ইয়াল্‌মাৰ : তাৰোপৰি তুমি তেওঁলোকৰ বন্ধা গোলামো নহয়।

বৃদ্ধ এইক্‌ডাল : মই ইটো কামৰ কথাহে —

ইয়াল্‌মাৰ : এৰা। তুমি যাব খুজিছা নেকি তালে? তেনেহ'লে মই গৈ দুৱাৰখন খুলি দিওঁ।

বৃদ্ধ এইক্‌ডাল : কথাটো বৰ বেয়া নহয়।

ইয়াল্‌মাৰ : *(চকীখন গুচাই থিয় হয়)*। অন্তত আমাৰ সেই কামটো শেষ হ'ব।

বৃদ্ধ এইক্‌ডাল : ঠিকেই কৈছ। কাইলৈ পুবাৰ ভিতৰত সম্পূৰ্ণ প্ৰস্তুত হ'ব লাগে। কি ক'লো? আমি কাইলৈ বুলি ক'লো— নহয়নে? হাঁ?

ইয়াল্‌মাৰ : অঁ, কাইলৈ।

*(ইয়াল্‌মাৰ আৰু তেওঁৰ দেউতাকে গৈ ডবল ডোৰখনৰ এখন পতা খোলে। স্কাইলাইটেৰে উজ্জ্বল ৰ'দ আহি পৰিছে। কিছুমান পাৰ চৰাই উৰি ফুৰিছে, আন কিছুমানে বাটামত বহি কুশ দিছে, মাজে মাজে*

*খোলনি বিলাকৰ পৰা কুকুৰাৰ কক্ককনি শুনা গৈছে।)*

ইয়াল্‌মাৰ : যোৱা দেউতা, তোমাৰ কাম আৰম্ভ কৰা।

বৃদ্ধ এইক্‌ডাল : *(গৈ থকা অৱস্থাত)* তই নাহনে কি?

ইয়াল্‌মাৰ : আহিম।

গীণা : *(ৰান্ধনি কোঠাৰ দুৱাৰ মুখৰ পৰা)* ইয়াল্‌মাৰ ।

ইয়াল্‌মাৰ : *(দেউতাকক, সাবধানে)* নাই দেউতা, মোৰ সময় নাই, কাম আছে। আমি উলিওৱা কিটিপটোৰ কাম চোৱা যাওক—

*(ইয়াল্‌মাৰে ৰাছিৰে টানি এখন পৰ্দা তললৈ নমাই আনে। পৰ্দাখনৰ তলৰ অংশটো এটুকুৰা পালতৰা কাপোৰেৰে চিলোৱা, ওপৰৰ অংশটোত মাছধৰা জাল এখন পথালিকৈ লগোৱা। পৰ্দাখন নামি অহাৰ লগে লগে ডাঠ পালৰ কাপোৰৰ বাবে আটালখনৰ মজিয়া ঢাক খাই যায়।)*

ইয়াল্‌মাৰ (টেবুললৈ গৈ থাকে) : হুঁ ঠিক হৈছে। এতিয়া মই অলপ শান্তিৰে বহিব পাৰিম।

গীণা : *(আগুৱাই আহি)* দেউতাই তাত গৈ আকৌ চব তচ-নচ কৰাত লাগিব লাগেনে?

ইয়াল্‌মাৰ : লাগক দিয়া মাদাৰ এৰিকছনৰ তাত গৈ থকাতকৈ ভাল। *(বহে)* তোমাক কি লাগে? মই ভাবিলো তুমি কিবা কৈছা —

গীণা : মই সুধিব খুজিছো, এইটো কোঠাতে খাবলৈ দিওঁনে?

ইয়াল্‌মাৰ : দিব পাৰা। ইমান সোনকালে ফটো উঠিবলৈ কোনো গ্ৰাহক নাহে।

গীণা : নাহে। কেৱল নতুনকৈ বিয়া হোৱা মতা-তিৰোতা হাল আহিলে আহিব পাৰে।

ইয়াল্‌মাৰ : ধেৎ। আজিয়েই ফটো নুঠিলে তেওঁলোকৰ কোনখন মহাভাৰত অশুদ্ধ হ'ব? আন এদিন আহিব পাৰে।

গীণা : চিন্তা নকৰিবা, তেওঁলোকক মই আবেলি পৰত আহিবলৈ কৈছোঁ তেতিয়া তুমি টোপনি গৈ থাকিবা।

ইয়াল্‌মাৰ : তেনেহ'লে ঠিকেই আছে, আমি ইয়াতে খাম।

গীণা : খোৱা দিবলৈ এতিয়াও দেৰি আছে। যিমান পাৰা তুমি টেবুলখন ব্যৱহাৰ কৰিব পাৰা।

ইয়াল্‌মাৰ : মইযে যেতিয়াই সুযোগ পাওঁ তেতিয়াই টেবুলখনৰ সদ্‌ব্যৱহাৰ কৰো তুমি দেখা নোপোৱা জানো?

গীণা : তাৰ পাছত তুমি মুকলি হৈ পাৰিবা। নহয় জানো? যাওঁ, মই পাকঘৰলৈ যাওঁ। *(ক্ষন্তেক নীৰৱতা)*।

*(জালখনৰ পিছফালে আটালৰ দুৱাৰ মুখত বৃদ্ধ এইক্‌ডাল।)*

বৃদ্ধ এইক্‌ডাল : ইয়াল্‌মাৰ —

ইয়াল্‌মাৰ : কি হ'ল দেউতা?

বৃদ্ধ এইক্‌ডাল : ঘোলনিটো আঁতৰাবই লাগিব।

ইয়াল্‌মাৰ : তাকেতো মই ইমানদিনে কৈ আছিলো।

বৃদ্ধ এইক্‌ডাল : হাঁ, হাঁ, হাঁ *(কৈ কৈ দুৱাৰ মুখৰ পৰা গুচি যায়)*।

*(ইয়াল্‌মাৰে আকৌ অলপ পৰ কাম কৰে, তাৰ পাছত আটালখনলৈ চায়, তালৈ যাবলৈ বহাৰ পৰা উঠে, এনেতে ৰান্ধনি কোঠাৰ পৰা হেড়্‌ভিগ সোমাই আহে, ইয়াল্‌মাৰ লগে লগে বহি দিয়ে।)*

ইয়াল্‌মাৰ : কি লাগে তোমাক হেড়্‌ভিগ?

হেড্‌ভিগ : একো নালাগে তোমাক লগ পাম বুলি আহিছো।

ইয়াল্‌মাৰ : হুঁ। মোৰ ওপৰত চকু ৰাখিবলৈ তোমাক কোনোবাই পঠিয়াইছে, নহয়।

হেড্‌ভিগ : নহয় দেউতা।

ইয়াল্‌মাৰ : মাৰাই কি কৰিছে?

হেড্‌ভিগ : হেৰিং মাছৰ আচাৰ কৰিছে। *(দেউতাকৰ আৰু ওচৰলৈ যায়)*। দেউতা ময়ো কিবা কৰো।

ইয়াল্‌মাৰ : নাই নাই হেড্‌ভিগ, একো কৰি দিব নালাগে। শক্তি থাকে মানে কেৱল মইহে কাম কৰি যাব লাগিব। মোক কাৰো সহায় নালাগে — অন্ততঃ গাটো ভালে থকালৈকে।

হেড্‌ভিগ : কিনো অমংগলীয়া কথাবিলাক কোৱা দেউতা? *(আটালৰ দুৱাৰমুখলৈ যায়)*।

ইয়াল্‌মাৰ : ককাৰাই কি কৰিছে হেড্‌ভিগ?

হেড্‌ভিগ : ককাই বোধকৰো ঘোলনিটোলৈ এটা নতুন বাট উলিয়াইছে।

ইয়াল্‌মাৰ : তেওঁ অকলে সেইটো কাম কেতিয়াও কৰিব নোৱাৰিব, অথচ মই ইয়াত কাম-সোপা লৈ বহি থাকিবলগীয়া হৈছে।

হেড্‌ভিগ : দেউতা, মোক তুলিডাল দিয়াচোন, ময়ো অলপ লাগি দিওঁ। মই পাৰিম, বুজিছা।

ইয়াল্‌মাৰ : নাই নাই, তোমাৰ চকু বেয়া হ'ব।

হেড্‌ভিগ : চকু বেয়া নহয় দেউতা দিয়ানা তুলিডাল।

ইয়াল্‌মাৰ : *(থিয় হয়)*। কাম অৱশ্যে বেছি নাই —

হেড্‌ভিগ : এইকণ কাম কৰিলেনো মোৰ কি চকু বেয়া হ'ব? দিয়া তুলিডাল।

ইয়াল্‌মাৰ : লোৱা বাৰু।

হেড্‌ভিগ : তুমি 'ৰিটাচ' কৰা এইখনেই চাই চাই মই কাম কৰিম।

ইয়াল্‌মাৰ : কৰা বাৰু, কিন্তু চকুক কষ্ট নিদিবা। আৰু শুনা, মোৰ হ'লে কোনো দোষ নাই, তুমি যি কৰা সেইটো তোমাৰ কথা। তাৰ বাবে মই যেন জগৰীয়া নহওঁ।

হেড্‌ভিগ : *(কাম কৰি কৰি)* হ'ব, হ'ব, ভয় কৰিব নালাগে।

ইয়াল্‌মাৰ : বাঃ বেছ পাৰিছ্যতো। মই যাম আৰু আহিম, বুজিছা।

*(হেডভিগে 'ৰিটাচিঙ'ৰ কাম কৰি থাকে। ইয়াল্‌মাৰ জালখনৰ তলেদি চাপৰি সোমাই যায়। ইয়াল্‌মাৰ আৰু তেওঁৰ দেউতাকে কিবা আলোচনা কৰা শুনা যায়।)*

ইয়াল্‌মাৰ : *(জালখনৰ সিফালৰ পৰা)* হেড্‌ভিগ, সৌ বটালিটো আৰু চেপেনাডাল দিয়াচোন — সৌ থাকখনৰ ওপৰত আছে।

হেড্‌ভিগ : দিওঁ দেউতা। *(যায়)*।

ইয়াল্‌মাৰ : *(আটালৰ ভিতৰৰ পৰা ঘূৰি লৈ)* এইবাৰ দেউতা, মই কি কৰিব খুজিছো প্ৰথমে মোক দেখুৱাবলৈ দিয়া।

হেড্‌ভিগ : *(সঁজুলিকেইটা লৈ হেড্‌ভিগ আহে)*। দেউতা, লোৱা।

ইয়াল্‌মাৰ : অ', দিয়া। বুজিছা হেড্‌ভিগ মই অহাত ভাল হ'ল।

*(ইয়াল্‌মাৰ আটালৰ ভিতৰলৈ উভতি যায়। হাঁতুৰী, বটালি আদিৰে কাঠৰ কাম কৰাৰ শব্দ শুনা যায় আৰু লগতে ইয়াল্‌মাৰ আৰু তেওঁৰ দেউতাকৰ কথা বতৰাও শুনিবলৈ পোৱা যায়। হেড্‌ভিগে থিয় হৈ চাই থাকে। কন্তেক পাছত বাহিৰৰ দুৱাৰত টুকুৰিওৱাৰ শব্দ হয়, কিন্তু হেড্‌ভিগৰ কাণত*

*নোসোমায়। দুৱাৰখনেদি গ্ৰেইৰ্ঘেঁছ ভেৰ্‌লে সোমাই আহে। গাত অ'ভাৰকোটটো নাই, মূৰত টুপীও নাই। হেড়্‌ভিগে মন নকৰে। গ্ৰেইৰ্ঘেঁছ বৈ থাকে, তাৰ পাছত গল খেকাৰি মাৰে।)*

হেড়্‌ভিগ : *(উভতি চাই)* অ' আপুনি। আহক, আহক।

গ্ৰেইৰ্ঘেঁছ : ঘৰত মিস্ত্ৰী লগোৱা হৈছে নেকি?

হেড়্‌ভিগ : নহয়, দেউতা আৰু ককাদেউতাহে। মই আপুনি অহা বুলি কৈ আহো।

গ্ৰেইৰ্ঘেঁছ : নালাগে হেড়্‌ভিগ, মই অলপ পৰ এই ছোফাখনতে বহি বাট চাওঁ।

হেড়্‌ভিগ : ইয়াত এইবিলাক ফটোৱে চটোৱে গোটেই খেলিমেলি হৈ আছে। *(ফটো, কাগজ পত্ৰবিলাক আঁতৰাবলৈ লয়।)*

গ্ৰেইৰ্ঘেঁছ : নালাগে হেড়্‌ভিগ, থাকক তেনেদৰে, একো নহয়। এইবিলাক বোধকৰো 'ৰিটাচ' কৰিবলগীয়া প'ট্ৰেট ফটো?

হেড়্‌ভিগ : হয়, অলপ বাকী আছে। মই দেউতাৰ লগত লাগি দিছিলো।

গ্ৰেইৰ্ঘেঁছ : তেতিয়াহ'লে তুমি কাম কৰা, মই তোমাক আমনি নকৰো।

হেড়্‌ভিগ : নাই, নাই, আমনি কিয় পাম?

গ্ৰেইৰ্ঘেঁছ : তথাপি তুমি তোমাৰ কাম কৰা, মই আহিছো।

হেড়্‌ভিগ : বাৰু। *(অলপ নীৰৱতা)*।

গ্ৰেইৰ্ঘেঁছ : তোমালোকৰ বনৰীয়া হাঁহজনী ৰাতি ভালকৈ টোপনি গৈছিলনে?

হেড়্‌ভিগ : অঁ, গৈছিল, ভালকৈ টোপনি গৈছিল।

গ্ৰেইৰ্ঘেঁছ : *(আটালখনৰ পিনে চাই)* ৰাতি জোনৰ পোহৰত

দেখা আটালখন দিনত একেবাৰে বেলেগ দেখিছে।

হেড্‌ভিগ : হয়, ঠাইখন বেলেগ বেলেগ সময়ত বেলেগ বেলেগ দেখি। পুৱা এক ৰকম, গধূলি আকৌ অন্য এক ৰকম। ৰ'দ থকা দিনত এই ঠাইখনৰ ৰূপ যে কিমান বেলেগ হৈ পৰিব পাৰে, বৰষুণৰ দিনত তাক কল্পনাই কৰিব নোৱাৰি।

গ্ৰেইৰ্ঘেছ : অঁ, তুমিও মন কৰিছা, নহয়নে?

হেড্‌ভিগ : ইমান যে বেলেগ হয় মন নকৰি নোৱাৰি।

গ্ৰেইৰ্ঘেছ : হেড্‌ভিগ তুমিও তোমাৰ হাঁহজনীৰ সৈতে আটালখনত সোমাই থাকিবলৈ ভালপোৱা নেকি?

হেড্‌ভিগ : হয় — যেতিয়া পৰা যায় —

গ্ৰেইৰ্ঘেছ : কিন্তু তুমিতো তাৰ বাবে বেছি সময় নোপোৱা ছাগে? তোমাৰতো স্কুল থাকে?

হেড্‌ভিগ : আজিকালি মই স্কুললৈ নাযাওঁ নহয়। দেউতাই কয় চকুৰ ক্ষতি হ'ব।

গ্ৰেইৰ্ঘেছ : অ' হয় নেকি? তোমাক ছাগে সি নিজেই পঢ়ায়?

হেড্‌ভিগ : কয়হে পঢ়াম বুলি। এতিয়ালৈকে পাছে সময়েই উলিয়াব পৰা নাই।

গ্ৰেইৰ্ঘেছ : কোনোবাইতো নিশ্চয় তোমাৰ পঢ়া চাই দিয়ে?

হেড্‌ভিগ : মিঃ মল্‌ভিকে চায়। কিন্তু তেওঁ সদায় মানে — ঠিক —

গ্ৰেইৰ্ঘেছ : সুস্থ অৱস্থাত নাথাকে, নহয়নে বাৰু? অলপ বেছি নিচা কৰে বোধকৰো।

হেড্‌ভিগ : হয়।

গ্ৰেইৰ্গেছ : হুঁ। তেতিয়া হ'লেতো তোমাৰ হাতত বহুত সময়।

হেড্‌ভিগ : ঠিকেই কৈছে আপুনি। তাতে আটালখনত ইমান ধুনীয়া ধুনীয়া বস্তু আছে, কি ক'ম।

গ্ৰেইৰ্ঘেছ : সঁচায়?

হেড্‌ভিগ : কিতাপ ভৰ্ত্তি ভৰ্ত্তি আলমাৰী আছে, কিতাপবিলাকত ধুনীয়া ধুনীয়া ছবি।

গ্ৰেইৰ্ঘেছ : অ’ —। আৰু কি আছে?

হেড্‌ভিগ : লেখা-পঢ়া কৰা পুৰণা টেবুল এখন আছে। তাত কেবাটাও দেৰাজ আছে। তাত ডাঙৰ ডাঙৰ খাম আছে। আৰু আছে এটা মস্ত ডাঙৰ ঘড়ী। তাত যিমান বাজিব সেই সংখ্যাটো সমুখলৈ ওলাই আহে। যেনে তিনি বজাৰ ঘণ্টি মাৰিলে সংখ্যাটো ওলাই আহে। কিন্তু ঘড়ীটো বেয়া হৈ গৈছে — নচলা হৈছে।

গ্ৰেইৰ্ঘেছ : গতিকে তোমাৰ হাঁহজনীৰ বাহিৰে তাত সময়ৰ কোনো অস্তিত্ব নাই।

হেড্‌ভিগ : হয়। তাত এটা পুৰণা ছবি আঁকাৰ পেইণ্ট বক্স আছে, আন কিছু বস্তু আৰু, অজস্ৰ কিতাপ।

গ্ৰেইৰ্ঘেছ : বুজিলো তুমি কিতাপ ভালপোৱা।

হেড্‌ভিগ : ঠিক ধৰিছে। সময় পালেই মই কিতাপ পঢ়ো, কিন্তু সৰহভাগেই ইংৰাজী কিতাপ, আৰু মই ইংৰাজী পঢ়িব নোৱাৰো। গতিকে মই ছবিবিলাক চাওঁ। তাত ডাঙৰ এখন কিতাপ আছে, নাম হেৰিছনছ হিষ্ট্ৰী অব লণ্ডন। কিতাপখন এশ বছৰ পুৰণা, আৰু তাত ছবিয়েই ছবি। প্ৰথমেই যিখন ছবি আছে সেইখন হ’ল মৃত্যুৰ ছবি। মৃত্যুৰ হাতত এটা বালি-ঘড়ী আৰু এজনী ছোৱালী। সেইখন ছবি মই খুব বেয়া পাওঁ। বাকী ছবিবিলাক ভাল-গীৰ্জা, দুৰ্গ, ৰাস্তা-পদূলি আৰু সাগৰলৈ যোৱা ডাঙৰ ডাঙৰ জাহাজৰ ছবি।

গ্ৰেইৰ্ঘেছ : বাৰু হেড্‌ভিগ, ইমানবিলাক আপুৰুগীয়া বস্তু কৰ পৰা আহিল?

হেড্‌ভিগ : ইয়াত আগতে, সাগৰলৈ যোৱা জাহাজৰ কেপ্টেইন এজন আছিল। এইবিলাক তেৱেঁই আনিছিল। তেওঁক সকলোৱে ফ্লাইং ডাচ্চমেন বুলি মাতিছিল। অদ্ভুত নাম, নহয়নে? অথচ মানুহজন হলাণ্ডৰ 'ডাচ' মানুহ নাছিল।

গ্রেইর্ঘেছ : অ', হয় নেকি?

হেড্‌ভিগ : হয়। এদিন মানুজন ওলাই গৈ আৰু ঘূৰি নাহিল। এই বস্তুবিলাক এনেকৈয়ে পৰি থাকিল।

গ্রেইর্ঘেছ : এটা কথা কোৱাচোন মোক হেড্‌ভিগ, এই যে তুমি নানা দেশৰ নানা তৰহৰ ছবিবোৰ চোৱা, সেই ঠাইবোৰ নিজে গৈ চাই আহিবলৈ তোমাৰ বাৰু কেতিয়াবা মন নাযায়নে?

হেড্‌ভিগ : নাই নাযায়। সদায়ে ঘৰতে থাকি মা-দেউতাক সহায় কৰিব খোজো মই।

গ্রেইর্ঘেছ : ফটোবোৰৰ কামত?

হেড্‌ভিগ : আন কামো কৰিব খোজো মই। ইংৰাজী কিতাপবিলাকত থকা ছবিৰ দৰে ছবি 'এনগ্রেভিঙ'ৰ কাম শিকাৰ মোৰ বৰ ইচ্ছা।

গ্রেইর্ঘেছ : হুম। দেউতাৰাই কি কয়?

হেড্‌ভিগ : দেউতাই কথাটো ভাল নাপায় যেন লাগে। কি যে আচৰিত। আপুনি বিশ্বাস কৰিবনে-দেউতাই বিচাৰে মই বাঁহ-বেতৰ কাম শিকো। মই ইয়াৰ একো অৰ্থ বুজি নাপাওঁ।

গ্রেইর্ঘেছ : উহুঁ, ময়ো বুজি পোৱা নাই।

হেড্‌ভিগ : দেউতাই অৱশ্যে ঠিকেই কৈছে। এইবিলাক কাম শিকিলে হাঁহজনীৰ কাৰণে নিজেই নতুন খাং এটা সাজিব পাৰিম।

গ্ৰেইৰ্ঘেছ : অঁতো, পাৰিবা। আৰু বোধকৰো সাজিবও লাগে, কিয়নো তাই আৰামত আছে নে নাই সেইটো তুমিহে চাব লাগে। তুমি চাব লাগে এই কাৰণেই যে —

হেড্‌ভিগ : তাই মোৰ।

গ্ৰেইৰ্ঘেছ : নহয় জানো?

হেড্‌ভিগ : সঁচাকৈয়ে তাই মোৰ। মোৰ সম্পূৰ্ণ নিজৰ। কিন্তু ককা আৰু দেউতাই বিচাৰিলে মই তেওঁলোকক দিওঁ। তেওঁলোকে যিমান সময়ৰ বাবে বিচাৰে সিমান সময়লৈকে ৰাখিব পাৰে।

গ্ৰেইৰ্ঘেছ : কিন্তু তেওঁলোকে হাঁহজনীক লৈ কি কৰে?

হেড্‌ভিগ : তেওঁলোকে তাইৰ যতন লয়, খাবলৈ দিয়ে, থাকিবলৈ সুবিধা কৰি দিয়ে এইবোৰ আৰু।

গ্ৰেইৰ্ঘেছ : তাৰ মানে আটালখনত তাইয়ে আটাইতকৈ আপুৰুগীয়া।

হেড্‌ভিগ : হয়। কাৰণ এইজনী সঁচাসঁচিকৈ আচল বনৰীয়া হাঁহ। বেচেৰীৰ উমলিবলৈ কোনো লগ নাই। বৰ বেয়া লাগে পায়।

গ্ৰেইৰ্ঘেছ : তাতে শহাপহুবোৰৰ দৰে তাইৰ ভাই-ভনীও নাই।

হেড্‌ভিগ : এৰা। কুকুৰাবোৰৰ পোৱালীয়ে-টোবালীয়ে কিমানটা লগ। কিন্তু মোৰ বেচেৰী হাঁহজনী নিজৰ বন্ধুবিলাকৰ মাজৰ পৰা গুচি আহিবলগীয়া হ'ল। বনৰীয়া হাঁহৰ কথাবিলাক ইমানযে ৰহস্যময়। তাইৰ বন্ধুও নাই — ক'ৰ পৰা আহিল তাকো কোনেও নাজানে।

গ্ৰেইৰ্ঘেছ : তাই আছিল মহাসাগৰৰ অতল তলিত।

হেড্‌ভিগ : *(হাঁহি উঠিব খোজে)* আপুনি 'মহাসাগৰৰ অতল তলি' বুলি কিয় ক'লে?

গ্ৰেইৰ্ঘেছ : কি ক'ব লাগিছিল তেন্তে?

হেড্‌ভিগ : অকল সাগৰৰ তলি বুলি ক'লেই হয় দেখোন।

গ্ৰেইৰ্ঘেছ : কথা একেটাই।

হেড্‌ভিগ : কিন্তু কোনোবাই 'মহাসাগৰৰ অতল তলি' বুলি ক'লে মোৰ হাঁহি উঠে।

গ্ৰেইৰ্ঘেছ : কিয় বাৰু? *(হেড্‌ভিগ মনে মনে থাকে)*। হেড্‌ভিগ, কোৱা কাৰণটো কি?

হেড্‌ভিগ : নকওঁ, এইটো মোৰ এটা অৰ্থহীন ভাব।

গ্ৰেইৰ্ঘেছ : নহয়, তুমি হাঁহিছিলা কিয় কোৱা।

হেড্‌ভিগ : মোৰ হঠাত যদি আটালখনৰ কথা মনত পৰে তেতিয়া তাত থকা নানা বিধৰ বস্তু বুকুত লৈ সম্পূৰ্ণ কোঠালীটো মোৰ চকুৰ আগত ভাঁহি উঠে আৰু মোৰ ভাব হয়, যেন সেয়া এখন 'মহাসাগৰৰ অতল তলি'। কিন্তু ই অৰ্থহীন।

গ্ৰেইৰ্ঘেছ : সেইটো নক'বা।

হেড্‌ভিগ : কিন্তু দৰাচলতে এইখনতো আটাল।

গ্ৰেইৰ্ঘেছ : *(আন্তৰিকভাৱে)* হেড্‌ভিগ, তুমি ইমান নিশ্চিতনে?

হেড্‌ভিগ : *(আচৰিত হৈ)* নিশ্চয়, সেইখন আটাল।

গ্ৰেইৰ্ঘেছ : হয়, কিন্তু হেড্‌ভিগ, তোমাক মই আকৌ সুধিছো, তুমি ইমান নিশ্চিতনে?

*(হেড়ভিগে একো নোকোৱাকৈ হতবাক হৈ চাই থাকে। গীণাই খোৱা দিবলৈ টেবুলখন সজাবলৈ বান্ধনিশালৰৰ পৰা ওলাই আহে।)*

গ্ৰেইৰ্ঘেছ : *(থিয় হয়)* অ' মিছেছ এইক্‌ডাল, মই বৰ সোনকালে আহিলো।

গীণা : ক'ৰবাত নহয় ক'ৰবাত আপুনিতো থাকিব লাগিব। আমি অলপ পাছতেই খাবলৈ দিব পাৰিম। হেডভিগ, টেবুলৰ বস্তুবিলাক আঁতৰোৱা।

*(হেড্‌ভিগে বস্তুবিলাক গুচায়; গীণাই আৰু হেড্‌ভিগে ডিছ্‌, কাটা চামুছ আদিৰে টেবুল সজোৱাৰ কামখিনি কৰাৰ সময়ত পাছৰ সংলাপখিনি কোৱা হয়। গ্রেইৰ্ঘেছে আৰামী চকীখনত বহি এলবাম এখনৰ পাত লুটিয়ায়।)*

গ্রেইৰ্ঘেছ : মই শুনিছো আপুনি ফটো ৰিটাচৰ কাম কৰিব পাৰে মিছেছ এইক্‌ডাল?

গীণা : *(গ্রেইৰ্ঘেছলৈ অলপ চাই)* হয়, পাৰো।

গ্রেইৰ্ঘেছ : বৰ সুবিধা হৈছে নহয়?

গীণা : আপুনি কি ক'ব খুজিছে?

গ্রেইৰ্ঘেছ : মই ক'ব খুজিছো ইয়াল্‌মাৰে ফটোগ্রাফীৰ ব্যৱসায় খুলিছে যেতিয়া —

হেড্‌ভিগ : মাই ফটোও তুলিব জানে।

গীণা : মই ট্রেইনিং লৈছিলো।

গ্রেইৰ্ঘেছ : ব্যৱসায়টোও চাগে আপুনিয়ে চলায়, নহয় জানো?

গীণা : মানে, ইয়াল্‌মাৰৰ আজৰি কম গতিকে মই —

গ্রেইৰ্ঘেছ : তাৰ বেছিভাগ সময় দেউতাকৰ লগত থাকোতেই যায় চাগে?

গীণা : এৰা। পিছে দিনে-ৰাতিয়ে আজে-বাজে ফটো তোলাটো, ইয়াল্‌মাৰৰ দৰে মানুহৰ কাম নহয়।

গ্রেইৰ্ঘেছ : সেইটো হ'লে ঠিক। কিন্তু ব্যৱসায়টো ল'লৈই যেতিয়া —

গীণা : হেৰ্‌ ভেৰ্‌লে, আপুনি জানিব, ইয়াল্‌মাৰ সাধাৰণ ফটোগ্রাফাৰ নহয়।

গ্রেইৰ্ঘেছ : হয়, হয়, এই কথা অৱশ্যে ঠিক, কিন্তু *(আটালখনৰ ভিতৰত গুলিওৱাৰ শব্দ হয়। গ্রেইৰ্ঘেছে চক খায়।)* ই কি।

গীণা : হ'ল আৰু। এতিয়া তেওঁলোকৰ গুলীওৰা গুলি আৰম্ভ হ'ল।

গ্ৰেইৰ্ঘেছ : আটালখনৰ ভিতৰতে তেওঁলোকে গুলি চলায়?

গীণা : তেওঁলোকে চিকাৰ কৰে।

গ্ৰেইৰ্ঘেছ : কি আচৰিত। *(আটালখনৰ দুৱাৰ মুখলৈ যায়)* ঐ ইয়াল্‌মাৰ, তইঁতে চিকাৰ কৰিছ নেকি তাত? *(ভিতৰৰ পৰা ইয়াল্‌মাৰ জালখনৰ ওচৰলৈ আহে।)*

ইয়াল্‌মাৰ : অ' গ্ৰেইৰ্ঘেছ আহিলি? মই গমেই পোৱা নাই। ইমান যে ব্যস্ত আছিলো ... *(হেড্‌ভিগক)* হেড্‌ভিগ, মোক খবৰ নিদিলা কিয়? *(ষ্টুডিঅ'ৰ মজিয়ালৈ ওলাই আহে)*।

গ্ৰেইৰ্ঘেছ : তইঁতে আটালখনতে চিকাৰ কৰনে?

ইয়াল্‌মাৰ : অকল এইটোৰে, এই দুই-নলীৰ পিষ্টলটোৰে বুজিছ।

গীণা : হৈছে, হৈছে এই বন্দুকটোৰে তুমি আৰু দেউতাই অঘটন ঘটাইহে এৰিবা যেন পাইছো।

ইয়াল্‌মাৰ : *(খঙেৰে)* হেৰা, মোৰ ধাৰণা, মই কৈছিলো এনেবিধ আগ্নেয়াস্ত্ৰক পিষ্টল বুলি কয়।

গীণা : পিষ্টলেই কোৱা বা বন্দুকেই কোৱা, অঘটনৰ আশংকা কিন্তু সমানেই।

গ্ৰেইৰ্ঘেছ : তয়ো তেন্তে চিকাৰী হ'লি?

ইয়াল্‌মাৰ : নহয় অ', আমি মাজে সময়ে কেৱল দুই এটা শহাপহুহে মাৰো। বুজিছ গ্ৰেইৰ্ঘেছ, দেউতাৰ কাৰণে যাওঁ। লগত থাকিলে দেউতাই ভাল পায়।

গীণা : মতা মানুহবোৰ বৰ আচহুৱা প্ৰাণী। তেওঁলোকক আমোদ দিবলৈ কিবা নহয় কিবা এটা লাগেই।

ইয়াল্‌মাৰ : *(বিৰক্তিৰ সুৰত)* হয়, হয়, মতা মানুহক আমোদ দিবলৈ সদায় কিবা নহয় কিবা এটা লাগিবই।

ীণা : নহয়নো কি?

য়োল্‌মাৰ : হ'ব হ'ব। বুজিছ গ্ৰেইৰ্ঘেছ এটা ভাল কথা কি, আটালখন এনেকে সাজিছে যে তাৰ ভিতৰত আমি গুলীওৱা-গুলী কৰিলেও কোনেও শুনা নাপায়। ৰ'বি পিষ্টলটো থৈ আহোঁ। *(বুক কেছটোৰ ওচৰলৈ যায়)* হেড্‌ভিগ, এই কিতাপৰ আলমাৰীটোৰ ওপৰত পিষ্টলটো থলো — তুমি নুচুবাদেই, এটা নলীত কিন্তু গুলী খজা আছে, মনত ৰাখিবা।

গ্ৰেইৰ্ঘেছ : জালখনেদি চিকাৰ কৰা বন্দুক এটাও দেখোন দেখা পাইছো।

ইয়াল্‌মাৰ : সেইটো দেউতাৰ পুৰণা বন্দুক। কিন্তু এতিয়া তাৰে চিকাৰ কৰিব নোৱাৰি, 'লক'টো বেয়া হৈ গৈছে। তথাপি তাতে থৈ দিছো, দেখিলে ভাল লাগে। মাজে মাজে আমি তাৰ বিভিন্ন অংশবোৰ বেলেগ বেলেগ কৰি লৈ চাফা কৰো, 'গ্ৰীজ' ঘহোঁ, তাৰ পাছত আকৌ একেলগ কৰি থৈ দিওঁ। আচলতে এইটো দেউতাৰ এটা পুতলাহে।

হেড়্‌ভিগ : *(গ্ৰেইৰ্ঘেছৰ ওচৰলৈ যায়)*। মিঃ ভেৰ্‌লে, হাঁহজনীক চাওক। এই জালখনেদি বৰ ভালকৈ দেখি।

গ্ৰেইৰ্ঘেছ : ইয়াৰ পৰা মই তাকেই চাই আছিলো। ডেউকা এখন বাৰুকৈয়ে ঘূনীয়া হৈছে। দাঙিব পৰা নাই।

ইয়াল্‌মাৰ : হ'বইতো, গুলী খাইছে নহয়।

গ্ৰেইৰ্ঘেছ : ঠেং এখনো অলপ চোঁচোৰাই নিছে।

ইয়াল্‌মাৰ : তেনেই সামান্য, ঠেঙতেইতো কুকুৰটোৱে কামোৰ মাৰি ধৰিছিল।

গ্ৰেইৰ্ঘেছ : *(অলপ মস্কৰাৰ সুৰত)* আৰু হেড়্‌ভিগ, তিমানপৰ তাই আছিল 'মহাসাগৰৰ অতল তলিত'।

হেড়্‌ভিগ : *(হাঁহি দিয়ে)* হয়।

গীণা : আস, কি যে দুৰ্ভগীয়া এই ব'নৰীয়া হাঁহজনী। তাইৰ বাবে গোটেইখন তল-ওপৰ হৈ গ'ল।

ইয়াল্‌মাৰ : কিন্তু আন কোনো খুত নাই তাইৰ, আৰু ভাবি চোৱা, তাইৰ কিমান বিপদ গৈছিল ডেউকাত গুলী, ভৰিত কুকুৰৰ কামোৰ অসাধাৰণ নহয়নে?

হেৰা তোমাৰ টেবুলখন সজোৱা হ'লগৈ নে?

গীণা : এই হৈ যাব। হেড্‌ভিগ আহাচোন পাকঘৰলৈ। মোক অলপ সহায় কৰি দিয়াহি। *(দুয়োৰে প্ৰস্থান)*

ইয়াল্‌মাৰ : *(মাতটো সৰু কৰি)* গ্ৰেইৰ্ঘেছ তই তেনেদৰে দেউতাক চাই নাথাকিবি দেউতাই বেয়া পায়। আহ, আমি আটালৰ দুৱাৰ মুখৰ পৰা আঁতৰি দিওঁ আৰু মল্‌ভিক-ৰেলিংহঁত অহাৰ আগতে দুৱাৰখন মাৰি দিওঁ। *(ভিতৰৰ প্ৰাণীবিলাকক উদ্দেশ্য কৰি)* হেই, চু, চু, চু, চু ভিতৰলৈ যোৱা তোমালোক।

*(ইয়াল্‌মাৰে জালখন ওপৰলৈ টানি দিয়ে আৰু দুৱাৰ দুখন হোঁহকাই একেলগ কৰি দিয়ে)।*

ইয়াল্‌মাৰ : এনে দুৱাৰ, জাল তৰা, এইবিলাক মোৰ বুদ্ধি। কিবা এটা বেয়া হ'লে তাক মেৰামত কৰাৰ উপায় এটা উলিওৱা, এইবিলাকত মই বৰ মজা পাওঁ। তাৰ উপৰি এইবোৰ ব্যৱস্থা উলিয়াবই লাগিব। নহলে ষ্টুডিঅ'ৰ ভিতৰত কুকুৰা বা শহাপহুৱে দৌৰাদৌৰি কৰি থাকিলে গীণাৰ খং উঠিব।

গ্ৰেইৰ্ঘেছ : কেলেইনো খং নুঠিব বাৰু? তাতে ষ্টুডিঅ'টোত মোটামুটি তোৰ পৰিবাৰৰে ৰাজত্ব। নহয় জানো?

ইয়াল্‌মাৰ : এৰা, সৰু সুৰা খুটিনাটি কামবোৰ যিমান পাৰো গীণাকে গতাইছো। গতিকে মই গধুৰ বিষয় কিছুমান চিন্তা কৰিবলৈ বহা কোঠাটোত সোমাই থাকিব পাৰো।

গ্ৰেইৰ্ঘেছ : গধুৰ বিষয়। কচোন বাৰু কি বিষয়?

ইয়াল্‌মাৰ : তোক কোনেও এতিয়ালৈকে আৱিষ্কাৰটোৰ বিষয়ে একো কোৱা নাই? তাকেই ভাবিছো, তই ইমানপৰে কথাটো সোধা নাই কিয়।

গ্ৰেইৰ্ঘেছ : আৱিষ্কাৰ? নাই, কোনেওতো কোৱা নাই মোক।

ইয়াল্‌মাৰ : সচাঁইনে? কথাটো তই শুনাই নাই? অৱশ্যে শুনিবিনো কেনেকৈ? আমিতো সেই আটালখনক লৈ —

গ্ৰেইৰ্ঘেছ : তাৰ মানে তই নিজে কিবা আৱিষ্কাৰ কৰিছ?

ইয়াল্‌মাৰ : এতিয়াও হোৱাগৈ নাই। কিন্তু মই পূৰা লাগি আছো। তইতো নিশ্চয় বুজি পাইছযে সাধাৰণ ফটো কিছুমান তুলিবলৈ মই ফটোগ্ৰাফীত হাত দিয়া নাই।

গ্ৰেইৰ্ঘেছ : বুজি পাইছো। এই কথাটোকেই অলপ আগতে তোৰ ঘৈণীয়েৰৰ মুখৰ পৰা জানিব পাৰিছো।

ইয়াল্‌মাৰ : মই নিজৰ ওচৰতে প্ৰতিজ্ঞা কৰিছিলো যে যদি মই ফটোগ্ৰাফী ব্যৱসায়লৈ যাওঁ তেনেহ'লে মই ইয়াক এক সন্মানজনক ঠাইত প্ৰতিষ্ঠা কৰিম। ই বিজ্ঞান আৰু শিল্পৰ এক সমন্বিত ৰূপ হৈ পৰিব। গতিকে মই এই অসাধাৰণ আৱিষ্কাৰৰ বাবে মন স্থিৰ কৰি লৈছো।

গ্ৰেইৰ্ঘেছ : আৱিষ্কাৰটো কেনে বিধৰ বা? কি বা তাৰ ধাৰণা?

ইয়াল্‌মাৰ : এতিয়াই তই খুটিনাটি প্ৰশ্ন নুসুধিবি বন্ধু। সময় লাগিব বুজিছ, সময় লাগিব। তই নাভাবিবি যে কেৱল মোৰ অহংকাৰী স্বভাৱৰ বাবে মই এই কামত লাগিছো। তই জানিবি, অকল নিজৰ বাবে মই কোনো কাম নকৰো কেতিয়াও। সেয়ে মোৰ জীৱনৰ এই একমাত্ৰ লক্ষ্যই মোক দিনে-ৰাতিয়ে চিন্তাগ্ৰস্ত কৰি ৰাখিছে।

গ্রেইর্ঘেছ : কিনো সেই লক্ষ্য?

ইয়াল্‌মাৰ : গ্রেইর্ঘেছ, শুভ্রকেশ দুর্ভগীয়া মোৰ বৃদ্ধ দেউতাৰ কথা তই পাহৰিলিনে?

গ্রেইর্ঘেছ : এৰা, তোৰ হতভাগ্য দেউতা। কিন্তু তেওঁৰ কাৰণে তইনো কি কৰিব পাৰ?

ইয়াল্‌মাৰ : আমাৰ এইকুড়াল পৰিয়ালৰ সুনাম আৰু সন্মান পুনৰুদ্ধাৰ কৰি দেউতাৰ মৰহি যোৱা আত্মসন্মানবোধক জগাই তুলিব লাগিব।

গ্রেইর্ঘেছ : এয়ে তেন্তে তোৰ জীৱনৰ সাধনা?

ইয়াল্‌মাৰ : অঁ। ধুমুহা বিধস্ত জাহাজ এখনৰ দৰে হৈ পৰা মোৰ দেউতাক মই উদ্ধাৰ কৰিম। হয়, ধুমুহা বিধস্ত জাহাজ। ধুমুহাটো তেওঁৰ ওপৰেদি বৈ যোৱাৰ মুহূৰ্ততে তেওঁ ভাগি পৰিল। অপমানজনক তদন্তটোৰ সময়ত তেওঁ আৰু তেওঁত নাছিল। আৰু সেই পিষ্টলটোৱে দেখিছ যিটোৰে আমি শহাপহু গুলীয়াও তাৰো এটা ভূমিকা আছে আমাৰ পৰিয়ালৰ এই কৰুণ পৰিণতিত।

গ্রেইর্ঘেছ : পিষ্টলটোৰ? কেনেকৈ?

ইয়াল্‌মাৰ : আদালতৰ বিচাৰত যেতিয়া জেলৰ আদেশ হ'ল, তেতিয়া পিষ্টলটো তেওঁৰ হাতত আছিল।

গ্রেইর্ঘেছ : হঁা। তেওঁ আত্ম —

ইয়াল্‌মাৰ : এৰা, কিন্তু সাহে নুকুলালে। তেওঁ ইমান স্তম্ভিত হৈ গৈছিল, মনটো তেওঁৰ ইমান ভাগি গৈছিল যে ইতিমধ্যে তেওঁ এক কাপুৰুষত পৰিণত হৈছিল। নহ'লে তই ভাবিব পাৰনে গ্রেইর্ঘেছ, এজন নহয় দুজনকৈ লেফ্‌টেনাণ্ট কৰ্ণেলৰ বংশধৰ হিচাপে, আৰু নিজেও নটাকৈ ভালুক চিকাৰ কৰা এজন মানুহৰ পক্ষে এই কল্পনা কৰিব পাৰনে গ্রেইর্ঘেছ?

গ্রেইর্ঘেছ : এৰা।

ইয়াল্‌মাৰ : মই হ'লে ভাবিব নোৱাৰো। আৰু, এই পিষ্টলটো — এইটোৱে আমাৰ পৰিয়ালৰ বুৰঞ্জীত আকৌ এবাৰ অংশগ্ৰহণ কৰিছিল। সিহঁতে যেতিয়া দেউতাক কয়দীৰ পোছাক পিন্ধাই জেলৰ ভিতৰত সুমুৱাই থৈছিল, সেইখিনি সময় মোৰ বাবে পীড়াদায়ক আছিল। মোৰ কোঠাটোৰ দুয়োখন খিৰিকীত চিক আঁৰি দিছিলো। কেতিয়াবা যদি মূৰটো উলিয়াই বাহিৰলৈ ভুমুকি মাৰিছিলো, দেখা পাইছিলো বেলিৰ পোহৰ আগৰ দৰেই উজ্জ্বল। মই তাৰ একো কাৰণ বুজি পোৱা নাছিলো। মানুহবোৰে আগৰ দৰেই বাটেদি হাঁহি-মাতি গৈ থকা দেখা পাইছিলো। কিয়, মই তাকো বুজি পোৱা নাছিলো। মোৰ ভাব হৈছিল, এই মহাবিশ্বখনক যেন গ্ৰহণৰ এন্ধাৰে আবৰি নিশ্চল কৰি দিয়া উচিত আছিল।

গ্রেইর্ঘেছ : মোৰ মা ঢুকুৱাৰ সময়ত মোৰ তেনে ভাব হৈছিল।

ইয়াল্‌মাৰ : তেনে এটা মুহূৰ্তত এই ইয়াল্‌মাৰ এইক্‌ডালে নিজৰ বুকুলৈ টোৱাইছিল।

গ্রেইর্ঘেছ : তয়ো, তাৰ মানে —?

ইয়াল্‌মাৰ : অঁ।

গ্রেইর্ঘেছ : কিন্তু গুলিটো নামাৰিলি?

ইয়াল্‌মাৰ : নামাৰিলো। সেই সন্ধিক্ষণত মই নিজক জয় কৰিলো। নমৰি জীয়াই থাকিলো। তোক মই ক'লো বন্ধু গ্রেইর্ঘেছ, তেনে পৰিস্থিতিত জীয়াই থকাৰ হকে সিদ্ধান্ত লবলৈ সাহস লাগিব।

গ্রেইর্ঘেছ : সেইটো অৱশ্যে নিৰ্ভৰ কৰে কোনে কি দৰে কথাটো লয় তাৰ ওপৰত।

ইয়াল্‌মাৰ : নহয়, ইয়াত কোনো দ্বিমত থাকিব নোৱাৰে। পিছে

যি হ'ল ভালেই হ'ল। এতিয়া মই শীঘ্ৰেই মোৰ আবিষ্কাৰৰ কাম শেষ কৰিব পাৰিম। বেলিঙে ভাবে আৰু ময়ো ভাবো, আকৌ তেওঁৰ সৈন্যবাহিনীৰ পোছাক পিন্ধিব পাৰিব বুলি দেউতালৈ নিৰ্দেশ আহিব। সেইটোৱে হ'ব মোৰ একমাত্ৰ পুৰস্কাৰ।

গ্ৰেইৰ্ঘেছ : তেন্তে মিলিটাৰী পোছাক আকৌ পিন্ধিবলৈ পোৱাটোৱেই দেউতাৰৰ বাবে —

ইয়াল্‌মাৰ : এৰা, সেইটোৱেই তেওঁৰ প্ৰধান হেঁপাহ, আকুল আকাংক্ষা। তই নুবুজিবি গ্ৰেইৰ্ঘেছ, এই কথাটোৱে মোক কিমানযে কষ্ট দিয়ে। আমাৰ ঘৰত যদি কেতিয়াবা কোনো উৎসৱ পাতো— ধৰ আমাৰেই বিবাহ-বাৰ্ষিকী বা তেনে কিবা, তেতিয়া তেওঁৰ সুখৰ দিনবোৰত পিন্ধাৰ দৰেই তেওঁ সেই মিলিটেৰী পোছাকযোৰ পিন্ধে। কিন্তু ইপিনে ভয় কোনোবাই দেখে বুলি। বাহিৰৰ দুৱাৰত টুকুৰিওৱা শুনিলেই যিমান সৰুকৈ শব্দ নহওক কিয় — লৰালৰিকৈ নিজৰ কোঠাত সোমায়গৈ — বয়সৰ হেঁচাত দুৰ্বল ভৰি দুখনে যিমান বেগাই কঢ়িয়াই নিব পাৰে সিমান বেগেৰে। ল'ৰা হৈ দেউতাকৰ তেনে দৃশ্য চাই থকাটো কিমান হৃদয় বিদাৰক তই অনুমান কৰ গ্ৰেইৰ্ঘেছ।

গ্ৰেইৰ্ঘেছ : পিছে তোৰ আবিষ্কাৰৰ কামটো কেতিয়াকৈ শেষ হ'ব ইয়াল্‌মাৰ ?

ইয়াল্‌মাৰ : হে ভগবান। তই আজিয়েই মোৰ পৰা ইয়াৰ উত্তৰ আশা কৰিছ নেকি? আবিষ্কাৰৰ প্ৰতিভা থকা কোনো লোকেই কামটোক নিজৰ খুচীমতে চলাব নোৱাৰে বুজিছ? ইয়াৰ বাবে লাগে প্ৰবল প্ৰেৰণা— কোনো এক আকস্মিক ইংগিত; আৰু কোনেও

আগধৰি ক'ব নোৱাৰে কোনটো মুহূৰ্তত ই দেখা দিব।

গ্ৰেইৰ্ঘেছ : কিছু কামতো আগবাঢ়িছে?

ইয়াল্‌মাৰ : ভালকৈ আগবাঢ়িছে। এনে কোনো এটা দিন পাৰ হোৱা নাই যিদিনা মই এই বিষয়ে চিন্তা নকৰাকৈ থাকো। ই মোক একেবাৰে আচ্ছন্ন কৰি ৰাখিছে। সদায়ে দুপৰীয়াৰ সাঁজ খোৱাৰ পাছত মই বহা কোঠাটোত সোমাই খিলি লগাই দিওঁ যাতে শান্তিৰে বহি গভীৰ চিন্তা কৰিব পাৰো। গতিকে মোক সোনকাল কৰিবলৈ তাগিদা দি কোনো লাভ নাই। ৰেলিঙে তাকেই কয়।

গ্ৰেইৰ্ঘেছ : কিন্তু আটালখনৰ ইমান ধৰণৰ কথা-কাণ্ডত লাগি থাকি তোৰ নিজৰ কামত জানো মন দিব পাৰ?

ইয়াল্‌মাৰ : পাৰো, পাৰো। বৰং মনটোক আঁতৰাই ৰখাহে টান। তেনে চিন্তা তই নকৰিবি। সকলো সময়তে একেটা কথাকে ভাবি থকাটো মোৰ কাৰণে অসম্ভৱ। যেতিয়া মই ঘণ্টাৰ পাছত ঘণ্টা ধৰি প্ৰেৰণা পাবলৈ বৈ থাকো, তেতিয়া সেই উকা সময়খিনি পূৰাবৰ বাবে দ্বিতীয় এটা আকৰ্ষণ লাগে। মই যিহকেই কৰি নাথাকো কিয়, মোৰ প্ৰেৰণাৰ বিদ্যুৎ জিলিকণি যেতিয়া উদ্ভাসিত হ'ব তেতিয়া একোৱেই মোক তাৰ পৰা আঁতৰাই ৰাখিব নোৱাৰিব।

গ্ৰেইৰ্ঘেছ : বন্ধু ইয়াল্‌মাৰ, মই লাহে লাহে অনুভৱ কৰিব পাৰিছো যেন তোৰ মাজতো কিবা একধৰণৰ বনৰীয়া হাঁহ এটা সোমাই আছে।

ইয়াল্‌মাৰ : এক ধৰণৰ বনৰীয়া হাঁহ? মানে?

গ্ৰেইৰ্ঘেছ : তয়ো ডুব মাৰি তলিখনৰ জেং জাবৰবোৰত আকোঁৱগোজ হৈ ধৰি আছ।

ইয়াল্মাৰ : সেই বিভীষিকাই কেৱল প্ৰাণে নামাৰি দেউতা আৰু লগতে মোক ঘুণীয়া কৰি পেলাই থৈ যোৱাৰ কথাটোকে তই ক'ব খোজা নাই জানো?

গ্ৰেইর্ঘেছ : ঠিক সেইটো নহয়। হাঁহজনীৰ দৰে তই ঘুণীয়া হোৱা নাই যদিও তই কিন্তু বিষাক্ত পিটনিত সোমাইছ ইয়াল্মাৰ। তোক যেন কিবা এটা বেমাৰে ভিতৰি ভিতৰি খুলি খুলি খাব লাগিছে। এন্ধাৰৰ মাজত নিশ্চিত মৰণ বৰণ কৰিবলৈ তই যেন কোনোবা অতল তলিলৈ নামি গৈছ।

ইয়াল্মাৰ : মই? এন্ধাৰত মৰিবলৈ? কিযে বাজে কথাবোৰ কব গ্ৰেইর্ঘেছ।

গ্ৰেইর্ঘেছ : ভয় নাখাবি ইয়াল্মাৰ, মই তোক অতল তলিৰ পৰা ওপৰলৈ তুলি আনিম। মোৰো যে জীৱনৰ এটা উদ্দেশ্য আছে এই কথা মই কালিহে আবিষ্কাৰ কৰিছো।

ইয়াল্মাৰ : কৰিছ ভাল হৈছে, কিন্তু মোক তাৰ মাজলৈ নাটানিবি। মোৰ স্বভাৱগত বিষণ্ণতাৰ বাহিৰে মই তোক নিশ্চিত কৰি দিব খোজো আন দহজনৰ দৰেই মই সুস্থ আৰু স্বাভাবিক।

গ্ৰেইর্ঘেছ : ইয়াল্মাৰ, তোৰ এই নিশ্চিন্ততা উপজিছে বিষক্ৰিয়াৰ ফলত।

ইয়াল্মাৰ : চা গ্ৰেইর্ঘেছ, এই বিষক্ৰিয়া, বেমাৰ, এইবোৰ বেয়া কথা নকবি। এনে ধৰণৰ কথা বতৰাত মই অভ্যস্ত নহয়, আমাৰ ঘৰত কোনেও মোৰ আগত কোনো অপ্ৰীতিকৰ বিষয় নুলিয়ায়।

গ্ৰেইর্ঘেছ : সেইটো অৱশ্যে মই বিশ্বাস কৰো।

ইয়াল্মাৰ : তেনে ধৰণৰ বিষয় মোৰ সমূলি ভাল নালাগে। আৰু আমাৰ ঘৰত তই ভবাৰ দৰে কোনো বিষাক্ত

পিটনি নাই। মই জানো ফটোগ্ৰাফাৰ এজনৰ সংসাৰ নিতান্ত সাধাৰণেই হয়। আৰ্থিক সামৰ্থ্যও যৎসামান্য। তথাপি গ্ৰেইৰ্ঘেছ, মনত ৰাখিবি, মই এজন আবিষ্কাৰক আৰু মোৰ মূৰৰ ওপৰত আছে এটি পৰিয়ালৰ ভৰণ-পোষণৰ দায়িত্ব। যিয়ে মোক লৈ সকলো ৰিক্ততাৰ উৰ্দ্ধলৈ লৈ যায়। অ', এইয়া গীণা আৰু হেড্‌ভিগে খোৰা লৈ আহিছে।

*(গীণা আৰু হেড়ভিগে কেইবটলমান বিয়েৰ, এটা 'ডিকেণ্টাৰ' বটলত ব্ৰেণ্ডি, গিলাচ ইত্যাদি লৈ সোমাই আহে, আনফালে, বুলনি চ'ৰাৰ পৰা ৰেলিং আৰু মলভিক সোমায়। তেওঁলোকৰ মূৰত টুপীও নাই গাত অ'ভাৰকোটো নাই। মল্‌ভিকৰ পিন্ধনত ক'লা পোছাক।)*

ৰেলিং : সুপ্ৰভাত।

গীণা : আহক, আপোনালোক ঠিক সময়তে আহিছে। *(গীণাই টেবুলত হাতৰ বস্তুবোৰ সজাই থাকি সংলাপটো কয়।)*

ৰেলিং : মল্‌ভিকৰ মূৰত যেতিয়া সোমাল, তেওঁ হেৰিং মাছৰ আচৰৰ গোন্ধ পাইছে তেওঁক আৰু ৰখাব পৰা নগ'ল। আকৌ এবাৰ সুপ্ৰভাত এইক্‌ডাল।

ইয়াল্‌মাৰ : গ্ৰেইৰ্ঘেছ। এওঁ মিঃ মলভিক আৰু এওঁ ডক্টৰ — অ' ৰেলিঙৰ লগততো তোৰ আগৰে চিনাকি।

গ্ৰেইৰ্ঘেছ : হয়, সামান্য পৰিচয় আছে।

ৰেলিং : আপুনি ডেকা হেৰ্ ভেৰ্‌লে নহয়নে? হ্যোইডালত থাকোতে আপোনাৰ লগত দুই এবাৰ কাজিয়াও হৈছে, মনত আছে চাগৈ? আপুনি এই মাত্ৰ সোমাইছে নেকি?

গ্ৰেইৰ্ঘেছ : নহয় পুৱাই আহিলো মই।

ৰেলিং : মলভিক আৰু মই আপোনাৰ ঠিক তলৰ কোঠাটোত থাকো। গতিকে আপোনাৰ ওচৰতে একেলগে ডাক্তৰো পাব, পাদ্ৰীও পাব, কি কয়? অৱশ্যে আপোনাৰ যদি প্ৰয়োজন হয় —

গ্ৰেইৰ্ঘেছ : প্ৰয়োজন ন'হ'ব বুলি ক'ব নোৱাৰি — কাৰণ, কালি ৰাতিৰ ভোজৰ টেবুলত আমি তেৰজন আছিলো।

ইয়াল্‌মাৰ : অঃ হঃ গ্ৰেইৰ্ঘেছ আকৌ কি অমংগলীয়া কথা উলিয়াইছ।

ৰেলিং : তুমি চিন্তা নকৰিবা এইক্‌ডাল, তেওঁৰ অমংগল আশংকাৰ পাত্ৰ তুমি বুলি ভাবি ন'লবা।

ইয়াল্‌মাৰ : আশাকৰো তেনে নহয় — অন্ততঃ মোৰ পৰিয়ালটোৰ মুখলৈ চাই। এতিয়া আহাঁ, আমি বহি লৈ খাওঁ, পান কৰো আৰু ফুৰ্তি কৰো।

গ্ৰেইৰ্ঘেছ : দেউতাৰলৈ বাট নাচাৱ নেকি?

ইয়াল্‌মাৰ : নালাগে বাট চাব। দুপৰীয়াৰ সাজ তেওঁ নিজৰ কোঠাতে খাবলৈ ভাল পায়। তাকো পলমকৈ। আহাঁ আমি আৰম্ভ কৰো।

*(পুৰুষ মানুহকেইজন খাবলৈ বহে। আহাৰ খায় আৰু মদ্যপান কৰে। গীণা আৰু হেড্‌ভিগে ভিতৰলৈ অহা যোৱা কৰি তেওঁলোকক পৰিবেশন কৰে।)*

ৰেলিং : বুজিছা গীণা, কালি মলভিকে ভালকৈয়ে এপালি ধৰিছিল।

গীণা : হয় নে? আকৌ কালি?

ৰেলিং : ৰাতি মই তাক লৈ ঘৰ সোমাওঁতে তুমি কোনো শব্দ শুনা নাছিলা নেকি?

গীণা : নাইতো।

ৰেলিং : কোনো কথা নাই, মুঠতে কালি মল্‌ভিকে লেতেৰা

মদাহীৰ দৰে মাতলামি কৰিছিল। অসহ্য!

গীণা : হয়নে মলভিক?

মলভিক : কালি নিশাৰ ঘটনা কালিয়েই শেষ, গতিকে আজি সেইকথা পাহৰি যাব লাগে। আৰু তেনেবোৰ কাৰ্য্যকলাপৰ লগত মোৰ ভিতৰত থকা ভাল মানুহটোৰ কোনো সম্পৰ্ক নাই।

ৰেলিং : বুজিলে ভেৰ্‌লে ডাঙৰীয়া, মাজে মাজে মাত্ৰা চেৰাই মদ খোৱাৰ ৰূপটো দেখিলে অপদেৱতাই লম্ভা যেন লাগে। আৰু তেতিয়া ময়ো তেওঁৰ মাতলামীবোৰৰ সংগী হ'বলগা হয়। এই মল্‌ভিকটো, বুজিছেনে, ই কিবা দেওলগা মানুহহে।

গ্ৰেইৰ্ঘেছ : দেওলগা?

ৰেলিং : হয়, ই এটা দেওলগা মানুহ।

গ্ৰেইৰ্ঘেছ : হুঁ।

ৰেলিং : আৰু এই দেওলগা মানুহবোৰে ওৰেটো জীৱন পোন বাটেৰে গৈ থাকিব নোৱাৰে, সেয়ে তেওঁলোকে মাজে মাজে অলপ আও বাটেৰে যাবলগীয়া হয়। বাৰু যাবলৈ দিয়ক এইবোৰ কথা, ডেকা ভেৰ্‌লে ডাঙৰীয়া, আপুনি তেনেহলে এতিয়াও সেই কদৰ্য্য কাৰখানাত টিকি থাকিব পাৰিছে?

গ্ৰেইৰ্ঘেছ : এতিয়ালৈকেতো পাৰিছো, ডক্টৰ ৰেলিং।

ৰেলিং : আৰু আপোনাৰ দাবী, সেই যে আপুনি উত্থাপন কৰি ফুৰিছিল? হ'লনে আপোনাৰ দাবী পূৰণ?

গ্ৰেইৰ্ঘেছ : মোৰ দাবী? (বুজি পাই) অ' বুজি পাইছো।

ইয়াল্‌মাৰ : তইনো কি দাবি কৰিছিলি গ্ৰেইৰ্ঘেছ।

গ্ৰেইৰ্ঘেছ : আস, থ-অ', মানুহজনে আজে-বাজে কথা কৈছে।

ৰেলিং : সম্পূৰ্ণ সত্য কথা। বুজিছা ইয়াল্‌মাৰ, তোমাৰ বন্ধুয়ে এসময়ত হ্যোইডালৰ কাৰখানাৰ বনুৱাসকলৰ ঘৰে ঘৰে গৈ উত্থাপন কৰিছিল তেওঁৰ দাবী। তেওঁৰ ভাষাত 'আদৰ্শৰ দাবী'।

গ্ৰেইৰ্ঘেছ : মোৰ তেতিয়া বয়স নিচেই কম আছিল।

ৰেলিং : এইটো অৱশ্যে ঠিক। আপুনি তেতিয়া একেবাৰে চেঙেলীয়া ডেকা। পিছে মই তাত থকালৈকে কোনেও আপোনাৰ 'আদৰ্শৰ দাবী' পূৰণ কৰাৰ কথা শুনা নাছিলো।

গ্ৰেইৰ্ঘেছ : আপুনি গুচি অহাৰ পাছতো কোনেও কৰা নাই।

ৰেলিং : অ', তেনেহ'লে আপুনি নিশ্চয় আপোনাৰ দাবীৰ পৰিমাণটো কমাবলৈ শিকিছে?

গ্ৰেইৰ্ঘেছ : মানুহৰ দৰে মানুহ পালে মই এতিয়াও কোনো আপোচ নকৰো।

ৰেলিং : হঁা, এইটো বেছ যুক্তিসংগত কথা — গীণা, মাখন অলপ দিয়ানা।

গীণা : এয়া লওক।

ৰেলিং : আৰু, মলভিকক এটুকুৰা গাহৰি মাংস।

মলভিক : এঃ ছিঃ, নাই, নাই, মোক 'পৰ্ক' নিদিব, মিছেছ এইক্‌ডাল *(আটালৰ দুৱাৰত টোকৰৰ শব্দ)*।.

ইয়াল্‌মাৰ : হেড্‌ভিগ মা, আটালৰ দুৱাৰখন খুলি দিয়াচোন। দেউতা বোধকৰো ওলাই আহিব খুজিছে।

*(হেড়ভিগে দুৱাৰখন অলপ খুলি দিয়ে। বৃদ্ধ এইক্‌ডাল ওলাই আহে, হাতত এইমাত্ৰ একৰাই অনা এখন শহাপহুৰ ছাল। তেওঁ ওলাই অহাৰ পাছত দুৱাৰখন বন্ধ কৰি দিয়ে।)*

বৃদ্ধ এইক্‌ডাল : হুঁ-উ, নিমখো সানিলো। শহাপহুৰ মঙহ, বৰ ভাল,

কোমল, আৰু মিঠাও। কি ক'ম আপোনালোকক, একেবাৰে চেনিৰ দৰে মিঠা। বাৰু বাৰু খাওক, খাওক, ভালদৰে খাব। মই মোৰ কোঠালৈ যাওঁ। *(যায়গৈ)*।

মল্‌ভিক : *(থিয় হৈ)* মাফ কৰিব মই নোৱাৰো— মই এতিয়াই তললৈ যাব লাগিব।

ৰেলিং : ধেৎ বুৰ্বক। অলপ চোডাপানী খাই দে।

মল্‌ভিক : *(লৰালৰিকৈ গৈ থাকে)*। ওয়াক, ওয়াক *(বাহিৰৰ দুৱাৰখনেদি ওলাই যায়। দুৱাৰ মৰা শব্দ।)*

ৰেলিং : ইয়াল্‌মাৰ, এতিয়া আমি আমাৰ সুনিপুণ চিকাৰী মহোদয়ৰ সুস্থ শৰীৰ কামনাৰে।

ইয়াল্‌মাৰ : *(ৰেলিঙৰ গিলাচৰ লগত গিলাচ লগায়)* হয়, মৃত্যুৰ দুৱাৰডলি গছকা চিকাৰীজনলৈ।

ৰেলিং : ধোঁৱা বৰণীয়া চুলিৰ মানুহজনলৈ *(এঢোক খায়)* পিচে তেওঁৰ চুলি ধোঁৱা বৰণীয়া নে বগা?

ইয়াল্‌মাৰ : মাজা-মাজি বুলি ক'ব পাৰি। যিটোৱেই নহওক, চুলি বুলিবলৈতো বিশেষ অৱশিষ্ট নাই।

ৰেলিং : এৰা। অৱশ্যে টুপী পিন্ধি ল'লে কোনো সমস্যা নাই। তুমি বৰ ভাগ্যবান এইকডাল। তোমাৰ জীৱনত এটা সপোন আছে—যাক সাৰ্থক কৰিবৰ বাবে তুমি লাগি থাকিব পাৰা।

ইয়াল্‌মাৰ : তুমি নিশ্চিন্ত থাকা, মই অহোপুৰুষাৰ্থ কৰি আছো।

ৰেলিং : তাৰ উপৰি, তোমাৰ ইমান বুদ্ধিমতী পত্নী আছে। তেওঁ পছমৰ চেণ্ডেলযোৰ পিন্ধি সাৱলীল গতিৰে, হংসগামিনী খোজেৰে ইফাল-সিফাল কৰিছে, ঘৰখন নিয়াৰিকৈ চলাইছে, তোমাক দিছে এটা উমাল পৰিবেশ।

ইয়াল্‌মাৰ : হয়নে নহয়, গীণা সঁচাকৈয়ে মোৰ জীৱন পৰিক্ৰমাত তুমি মোৰ অসামান্য লগৰী।

গীণা : হেই, তাত বহি বহি মোক জোকাই নাথাকিবা দেই। ক'লো কিন্তু।

ৰেলিং : আৰু তাৰ পাছত এইক্‌ডাল, তোমাৰ মৰমৰ অকণমানি হেড়্‌ভিগ।

ইয়াল্‌মাৰ : অঁ মোৰ হেড়্‌ভিগ। ছোৱালীজনীয়েই মোৰ প্ৰথম আৰু প্ৰধান আকৰ্ষণ, হেড়্‌ভিগ মাজনী, মোৰ ওচৰলৈ আহাচোন। *(মূৰত হাত ফুৰাই)* কাইলৈ কি দিন?

হেড়্‌ভিগ : ওঁহো, এতিয়াই কৈ নিদিবা দেউতা।

ইয়াল্‌মাৰ : ইমান যে সৰুকৈ পাতিব লাগিব, ভাবিলে মোৰ হিয়া ভাগি যায়। আটালখনত তেনেই অনুষ্ঠুপীয়াকৈ উৎসৱ এটা।

হেড়্‌ভিগ : তাৰেই হ'ব দেউতা— বৰ ভাল হ'ব।

ৰেলিং : দেউতাৰাই বিৰাট আবিষ্কাৰটো কৰি লওক হেড়্‌ভিগ তেতিয়া চাবা।

ইয়াল্‌মাৰ : ৰেলিঙে ঠিকেই কৈছে হেড়্‌ভিগ, তেতিয়া তুমি চাবা। মাজনী, তোমাৰ ভৱিষ্যৎ জীৱনৰ স্বচ্ছলতা নিশ্চিত কৰি ৰাখিবলৈ মই দৃঢ়প্ৰতিজ্ঞ। গোটেই জীৱন তুমি সুখেৰে থাকিব পাৰিবা। মোৰ আবিষ্কাৰটোৰ বাবে তোমাক কিবা নহয় কিবা এটা সুবিধা দিবলৈ দাবী জনাম। সেয়ে হ'ব এই দুখীয়া আবিষ্কাৰকৰ একমাত্ৰ পুৰস্কাৰ।

হেড়্‌ভিগ : *(দেউতাকক সাৱট মাৰি ধৰি ফুচ্‌ফুচাই)* অ' মোৰ দেউতা, তুমি যে ইমান ভাল।

ৰেলিং : ভেৰ্‌লে ডাঙৰীয়া, এনে এটি সুখী পৰিয়ালৰ লগত

এইদৰে এসাজ খাবলৈ আপোনাৰ ভাল নালাগেনে বাৰু?

ইয়াল্‌মাৰ : সঁচাকৈ খোৱা সময়টোত মোৰ খুব ভাল লাগি থাকে।

গ্ৰেইৰ্ঘেছ : মই হ'লে পিটনিৰ দূষিত বাষ্পৰ মাজত তিষ্ঠিব নোৱাৰো।

ৰেলিং : দূষিত বাষ্প?

ইয়াল্‌মাৰ : গ্ৰেইৰ্ঘেছ! আকৌ। বেয়া কথাবোৰ উলিয়াইছ?

গীণা : আপুনি কি কয় ভেৰ্‌লে ডাঙৰীয়া? আমাৰ ঘৰত দূষিত একো নাই। এদিনো বাদ নিদিয়াকৈ, মই নিজে, নিতৌ ঘৰটো ভালদৰে চাফা কৰি ৰ'দ-ব'তাহ সোমাবলৈ দিওঁ।

গ্ৰেইৰ্ঘেছ : *(বহাৰ পৰা উঠি দিয়ে)* যিমানেই চাফ-চিকুণকৈ নাৰাখক কিয় ফ্ৰু এইক্‌ডাল, মই কোৱা বিধৰ অপৰিচ্ছন্নতা দূৰ নহয়।

ইয়াল্‌মাৰ : অপৰিচ্ছন্নতা?

গীণা : চোৱাচোন ইয়াল্‌মাৰ ?

ৰেলিং : মাফ কৰিব হেৰ্ ভেৰ্‌লে, মই যদি কওঁ, আপুনিয়েই আপোনাৰ হ্যোইডালৰ খনিবোৰৰ পৰা অপৰিচ্ছন্নতা কঢ়িয়াই আনিছে?

গ্ৰেইৰ্ঘেছ : আপুনি ক'ব খোজে নেকি যে মই কাৰোবাৰ ঘৰলৈ গ'লে লগত অপৰিচ্ছন্নতা কঢ়িয়াই নিওঁ?

ৰেলিং : *(গ্ৰেইৰ্ঘেছৰ ওচৰলৈ গৈ)* মোৰ ঘোৰতৰ সন্দেহ হৈছে, ডেকা ভেৰলে ডাঙৰীয়া, আপুনি এতিয়াও আপোনাৰ সেই আদৰ্শৰ দাবীটোৰ মূল পূৰ্ণাংগ সংস্কৰণখন জেপত লৈ ফুৰে।

গ্ৰেইৰ্ঘেছ : মোৰ বুকুৰ মাজত লৈ ফুৰো হেৰ্ ৰেলিং।

ৰেলিং : য'তে লৈ নুফুৰক লাগে কোনো কথা নাই, পিচে মই কৈ দিলো দাবী পত্র উত্থাপন কৰাৰ খেলখন ইয়াত নচলিব। অন্তত মই যেতিয়ালৈকে এই ঘৰত আছো।

গ্ৰেইৰ্ঘেছ : যদি চলাওঁ?

ৰেলিং : তেতিয়াহ'লে আপুনি মুৰটো তললৈ আৰু ভৰি দুখন ওপৰলৈ কৰি তলৰ তলাত গৈ পৰিব। বুজিছে।

ইয়াল্মাৰ : হেৰা, ৰেলিং, ৰেলিং।

গ্ৰেইৰ্ঘেছ : পেলাওক চাওঁ।

গীণা : *(মাজত সোমাই)* ডক্টৰ ৰেলিং, এইবোৰ নকৰিব। কিন্তু হেৰ্ ভেৰ্লে, মই হ'লে এটা কথা ক'বই লাগিব। চাওক, আপোনাৰ ষ্টোভটোত জেং-জাবৰ পেলাই লেতেৰা কৰি থৈ ইয়ালৈ আহি আমাক লেতেৰা বুলি কোৱাটো শোভা নাপায়। *(বাহিৰৰ দুৱাৰত দুৱাৰ টুকুৰিওৱাৰ শব্দ)*।

হেড্ভিগ : মা, কোনোবা আহিছে।

ইয়াল্মাৰ : হ'ল আৰু, এতিয়া গ্ৰাহকবোৰ আহি নোলালেই হ'ল।

গীণা : মই চাই আহোঁ। *(গীণাই গৈ দুৱাৰখন মেলাৰ লগে লগে জিকাৰ খাই উঠি কঁপিবলৈ লয় আৰু আৰু পিছুৱাই আহে।)*

গীণা : সৰ্বনাশ। *(গাত ফাৰ কোটলৈ গ্ৰেইৰ্ঘেছ ভেৰ্লেৰ দেউতাক ডাঙৰজন ভেৰ্লে দুৱাৰ মুখৰ পৰা আগবাঢ়ি আহে।)*

ডাঙৰ ভেৰ্লে : বেয়া নাপাবা গীণা, মোৰ ধাৰণা মোৰ পুত্ৰ এইটো ঘৰত বাস কৰে নহয়নে?

গীণা : হয়।

ইয়াল্‌মাৰ : আপুনি বেয়া নাপায় যদি—

ডাণ্ডৰ ভেৰ্‌লে : ওঁহো, একো নালাগে, ধন্যবাদ। মই মাত্ৰ মোৰ ল'ৰাৰে সৈতে কথা এষাৰ পাতিব খুজিছো।

গ্ৰেইৰ্ঘেছ : মই ইয়াতে আছো। কি লাগে তোমাক?

ভেৰ্‌লে : মই তোৰ কোঠাত কথা পাতিম।

গ্ৰেইৰ্ঘেছ : মোৰ নিজৰ কোঠাত? ব'লা তেনে— *(যাব খোজে)*।

গীণা : নাই, নাই, তালৈ নাযাব, কোঠাটো তেনেই লেতেৰা হৈ আছে।

ভেৰ্‌লে : তেনেহ'লে বুলনিলৈ ব'ল, তোৰ লগত মই নিৰলে কথা পাতিব খোজো।

ইয়াল্‌মাৰ : আপোনালোকে ইয়াতে কথা পাতক। আমি বহা কোঠালৈ যাওঁ। ব'লা ৰেলিং।

ৰেলিং : অঁ ব'লা।

*(ইয়াল্‌মাৰ আৰু ৰেলিং মঞ্চৰ সোঁফালেৰে ওলাই যায়, গীণাই হেড্‌ভিগক লৈ পাকঘৰলৈ যায়। কিছুপৰ নীৰৱতা)*

গ্ৰেইৰ্ঘেছ : কোৱা। এতিয়া আমি অকলে আছো।

ভেৰ্‌লে : তোৰ কালিৰ কথাবোৰৰ পৰা, আৰু ইয়ালৈ আহি এইক্‌ডালহঁতৰ সৈতে থাকিবলৈ লোৱাৰ বাবে মোৰ অনুমান হৈছে, তই মোৰ বিৰুদ্ধে কিবা এটা কৰিবলৈ পাঙিছে।

গ্ৰেইৰ্ঘেছ : মই ইয়াল্‌মাৰ এইক্‌ডালৰ চকু মুকলি কৰি দিব খুজিছো, নিজৰ প্ৰকৃত অৱস্থাটো কি সি বুজক। কথা ইমানেই।

ভেৰ্‌লে : কালি যে তোৰ জীৱনৰ উদ্দেশ্যৰ কথা কৈছিলি,

এয়ে নেকি সেই উদ্দেশ্য?

গ্রেইৰ্ঘেছ : অঁ। তুমিয়েই আজি মোক এই একমাত্ৰ উদ্দেশ্যলৈ ঠেলি দিছা।

ভেৰ্‌লে : তই ক'ব খোজ নেকি যে মই তোৰ মনটোক বিপৰ্যস্ত কৰি দিছো?

গ্রেইৰ্ঘেছ : তুমি মোৰ গোটেই জীৱন বিপৰ্যস্ত কৰি দিছা দেউতা। আমি মাৰ বিষয়ে পতা কথাবোৰ মই পাহৰি থকা নাই। কিন্তু আজি যে এক অপৰাধ বোধগ্ৰস্ত বিবেকে মোক খুলি খুলি খাব লাগিছে তাৰ বাবে মোৰ ধন্যবাদ একমাত্ৰ তোমাৰেই প্ৰাপ্য।

ভেৰ্‌লে : অ', তোৰ বিবেক। সেইটোৱে তোৰ মূৰ খাইছে নহয়?

গ্রেইৰ্ঘেছ : মই বহু আগতেই তোমাৰ বিৰুদ্ধে থিয় দিব লাগিছিল যেতিয়া তুমি লেফটেনেণ্ট এইক্‌ডালৰ বিৰুদ্ধে ফান্দ পাতিছিলা। তেওঁক মই সাৱধান কৰি দিব লাগিছিল, কাৰণ তেতিয়াই মই বুজি পাইছিলো পৰিণতি কি হ'বগৈ।

ভেৰ্‌লে : এৰা, তই তেতিয়াই ক'ব লাগিছিল।

গ্রেইৰ্ঘেছ : মোৰ সাহস হোৱা নাছিল। মই তোমাক অত্যন্ত ভয় কৰিছিলো। তোমাক মই বুজাব নোৱাৰিম,- তেতিয়া কিয়, তাৰ বহুদিনৰ পাছলৈকেও মই তোমাক কিমান যে ভয় কৰিছিলো।

ভেৰ্‌লে : এতিয়া তেন্তে ভয় ভাগিছে?

গ্রেইৰ্ঘেছ : নাই ভগা-সৌভাগ্যবশতঃ। লেফটেনেণ্ট এইক্‌ডালৰ প্ৰতি মই যি অন্যায় কৰিছো বা আনে যি কৰিছে সেইবোৰতো আৰু নোহোৱা কৰিব নোৱাৰি। কিন্তু ইয়াল্‌মাৰক ফাঁকি আৰু মিছাৰ পৰা উদ্ধাৰ কৰিব পাৰিম। অসত্য, মিথ্যাবাদ আৰু প্ৰতাৰণাই তাক

অধঃপাতে নিব লাগিছে।

ভেৰ্লে : তেনে কৰিলে তাৰ উপকাৰ হ'ব বুলি ভাবনে?

গ্ৰেইৰ্ঘেছ : নিশ্চয় ভাবো।

ভেৰ্লে : তেন্তে ইয়াল্মাৰ এইক্ডালক, তোৰ এই উপকাৰ গ্ৰহণ কৰিব পৰা বিধৰ মানুহ বুলিও তই ভাব?

গ্ৰেইৰ্ঘেছ : নিশ্চয়।

ভেৰ্লে : বাৰু, দেখিলেহে লেখিম।

গ্ৰেইৰ্ঘেছ : তদুপৰি মই যদি জীয়াই থাকিব লাগে তেনেহ'লে মোৰ অসুস্থ বিবেকটোক সুস্থ কৰি তুলিবলৈ মই কিবা এটা কৰিবই লাগিব।

ভেৰ্লে : সৰুৰে পৰা বেমাৰী তোৰ বিবেক আৰু কেতিয়াও সুস্থ নহয়। এই অসুস্থতা তই মাৰৰ পৰা পাইছ। মাৰে কেৱল এই বেমাৰটোহে তোক দি যাবলৈ পালে।

গ্ৰেইৰ্ঘেছ : *(তিক্ততাৰ হাঁহি)* মাই যৌতুকত তুমি আশা কৰা মতে ধন-বিত এগাল লৈ নহাৰ ক্ষোভটো তেন্তে এতিয়াও মনত পুহি ৰাখিছা?

ভেৰ্লে : অলাগতিয়াল কথাবোৰ এৰ। ইয়াল্মাৰ এইক্ডালক তই ভবা সত্যৰ সম্ভেদ দিবলৈকে তই মন স্থিৰ কৰি পেলাইছ?

গ্ৰেইৰ্ঘেছ : অঁ, মই দৃঢ়প্ৰতিজ্ঞ।

ভেৰ্লে : তেনেস্থলত কষ্ট কৰি মই ইয়ালৈ নাহিলেই হ'লহেঁতেন, কাৰণ মই বুজি পালো, তোক ঘৰলৈ আহ বুলি ক'লেও তই এতিয়া নাহিবি।

গ্ৰেইৰ্ঘেছ : ঠিকেই বুজি পাইছা দেউতা।

ভেৰ্লে : মোৰ ব্যৱসায়তো যোগ দিব নোখোজ তেন্তে?

গ্ৰেইৰ্ঘেছ : নোখোজো।

ভেৰ্‌লে : বেছ। তেন্তে শুন, মই আকৌ বিয়া কৰাম যেতিয়া তোৰে মোৰে সম্পত্তি দুভাগ হ'ব।

গ্ৰেইৰ্ঘেছ : *(লগে লগে)* নেলাগে মোক তোমাৰ সম্পত্তিৰ ভাগ।

ভেৰ্‌লে : নেলাগে?

গ্ৰেইৰ্ঘেছ : মোৰ বিবেকে বাধা দিয়ে।

ভেৰ্‌লে : *(অলপ সময় মনে মনে থাকে।)* হ্যোইডালীৰ কাৰখানালৈ আকৌ যাবি নে নাযাব?

গ্ৰেইৰ্ঘেছ : নাযাওঁ। কাৰণ, মই আৰু এতিয়া তোমাৰ চাকৰিত নাই।

ভেৰ্‌লে : তেনেহ'লে কৰিবি কি?

গ্ৰেইৰ্ঘেছ : জীৱনৰ উদ্দেশ্য সফল কৰাৰ কাম।

ভেৰ্‌লে : তাৰ পাছত? চলিবি কেনেকৈ?

গ্ৰেইৰ্ঘেছ : দৰমহাৰ কিছু সাঁচতীয়া টকা মোৰ হাতত আছে।

ভেৰ্‌লে : তাৰে কিমান দিন চলিব?

গ্ৰেইৰ্ঘেছ : জীয়াই থকা দিনকেইটা চলি যাব।

ভেৰ্‌লে : মানে?

গ্ৰেইৰ্ঘেছ : মই আৰু কোনো প্ৰশ্নৰ উত্তৰ নিদিওঁ।

ভেৰ্‌লে : তেনেহ'লে মই আহো, বিদায় গ্ৰেইৰ্ঘেছ।

গ্ৰেইৰ্ঘেছ : বিদায়। *(ডাঙৰ ভেৰ্‌লে ওলাই যায়।)*

ইয়াল্‌মাৰ : *(ভুমুকি মাৰি)* গ্ৰেইৰ্ঘেছ, দেউতাৰ গ'লনে?

গ্ৰেইৰ্ঘেছ : অঁ, গ'ল।

*(এফালৰ পৰা ইয়াল্‌মাৰ আৰু ৰেলিং আৰু আনফালে পাকঘৰৰ পৰা গীণা আৰু হেড্‌ভিগ সোমাই আহে।)*

ৰেলিং : খোবাটো আজি তেনেই বৰবাদ হ'ল।

গ্ৰেইৰ্ঘেছ : ইয়াল্‌মাৰ কাপোৰ পিন্ধ, আমি বেচ দূৰলৈকে খোজ কাঢ়িবলৈ যাম।

ইয়াল্‌মাৰ : ব'ল। দেউতাৰে কি ক'লে অ'? মোৰ বিষয়ে কিবা?

গ্ৰেইৰ্ঘেছ : বাহিৰলৈ আহ, কিছু কথা ক'বলগীয়া আছে। তই আহ। মই কোটটো লওঁ গৈ। *(গ্ৰেইৰ্ঘেছে বুলনিয়েদি ওলাই যায়।)*

গীনা : তুমি তেওঁৰ লগত নাযাবা ইয়াল্‌মাৰ ।

ৰেলিং : ওঁ, নাযাবা, য'তে আছা ত'তে থাকা।

ইয়াল্‌মাৰ : *(কোট আৰু টুপীটো লৈ)* কি যে কোৱা তোমালোকে। ইমান পুৰণা বন্ধু এজনে একান্তে মনটো পাতলাব খুজিছে।

ৰেলিং : থোৱাহে ইয়াল্‌মাৰ। দেখা নাইনে মানুহটো বলিয়া, অপ্ৰকৃতিস্থ, একো হুঁচ নাই।

গীণা : একেবাৰে সঁচা কথা। মানুহজনৰ মাকেও মাজে মাজে এনেধৰণৰ বলিয়ালিখন কৰিছিল।

ইয়াল্‌মাৰ : তেনেহ'লেতো বন্ধুৰ সংগ তাৰ আৰু বেছি দৰকাৰ। গীণা, আহিলো, ৰাতিৰ খোৱা যেন ঠিক সময়ত সাজু থাকে। *(ওলাই যায়)*

ৰেলিং : এই গ্ৰেইৰ্ঘেছটো, কিয় যে হ্যোইডালৰ কোনোবা এটা খনিৰ ভিতৰত পৰি শেষ হৈ নগ'ল।

গীণা : ছিঃ ছিঃ এনেকৈ কিয় ক'লে?

ৰেলিং : *(ভোৰভোৰাই)* কাৰণ আছে।

গীণা : ডেকা ভেৰ্‌লেক আপুনি সঁচাকৈ বলিয়া বুলি ভাবেনে ডাক্তৰ ৰেলিং?

ৰেলিং : দুখৰ বিষয়, তেওঁ বলিয়া নহয়। অন্ততঃ সৰ্বসাধাৰণ মানুহতকৈ বেছি বলিয়া নহয়। কিন্তু তেওঁৰ প্ৰকৃতিত পোক এটা যে সোমাই আছে সেই বিষয়ে মই

নিঃসন্দেহে।

গীণা : কি হৈছে বাৰু তেওঁৰ?

ৰেলিং : বুজিছা গীণা, তেওঁ প্ৰবল সততা জ্বৰত ভুগিছে।

গীণা : সততা জ্বৰ?

হেড্‌ভিগ : সেইটো এটা বেমাৰ জানো?

ৰেলিং : আলবৎ, হেড্‌ভিগ, এইটো আমাৰ এটা জাতীয় বেমাৰ, কিন্তু চেগাচোৰোকাকৈহে দেখা দিয়ে। গীণা, বৰ ভাল খালো, এতিয়া আহোঁ। *(ঢুলনিয়েদি ওলাই যায়।)*

গীণা : *(অস্বস্তিৰে পায়চাৰী কৰে।)* উস্ এই গ্ৰেইৰ্ঘেছ ভেৰ্‌লে বোলা মানুহটো সদায় আচহুৱা জীব আছিল।

*(হেড্‌ভিগে টেবুলখনৰ কাষত থিয় হৈ মাকক অনুসন্ধানকাৰীৰ দৃষ্টিৰে লক্ষ্য কৰে।)*

হেড্‌ভিগ : এইবোৰ কথা-বতৰা মোৰো বৰ আচহুৱা লাগিছে।

□□□

## চতুৰ্থ অঙ্ক

*(ইয়াল্‌মাৰৰ ষ্টুডিঅ', তৃতীয় অঙ্কৰ দৰে। ক্ষন্তেক আগতে এখন ফটো তোলা হৈছে। মঞ্চৰ মাজডোখৰত ষ্টেণ্ডৰ ওপৰত ক'লা কাপোৰেৰে ঢাকি থোৱা কেমেৰাটো, দুখন চকী আৰু এখন টেবুল। ৰান্ধনি-ৰ'দ, বেলি মাৰ যোৱাৰ মুহূৰ্ত, এখন্তেক পাছত এন্ধাৰ হ'বলৈ ধৰে। দুৱাৰ খোলা বুলনিত থিয় হৈ গীণাই বাহিৰত কাৰোবাৰ সৈতে কথা পাতিছে। তেওঁৰ হাতত এটা বাকচ আৰু তিতি থকা এখন আইনাৰ ফটো প্লেট।)*

গীণা : আপোনালোকে নাভাবিবই। মোৰ কথাৰ ইফাল-সিফাল নহয়। প্ৰথম এক ডজন কপি সোমবাৰে পাবই। ভাল বাৰু, আহিব।

*(খট্‌খটিয়েদি মানুহ তললৈ নামি যোৱা শব্দ, গীণাই দুৱাৰখন জপাই দিয়ে। ফটো প্লেটখন স্লাইডত থয় আৰু স্লাইডখন ঢাক খাই থকা কেমেৰাত সুমুৱাই দিয়ে। ৰান্ধনি কোঠাৰ পৰা হেড্‌ভিগৰ প্ৰৱেশ।)*

হেড্‌ভিগ : তেওঁলোক গ'লনে মা?

গীণা : গ'ল। কোনোৰকমে যেনিবা তেওঁলোকক পঠিয়াব পাৰিলো।

হেড্‌ভিগ : মা, দেউতা এতিয়ালৈকে অহা নাই কিয়?

গীণা : তলত ৰেলিঙৰ তাত যোৱা নাইতো?

হেড্‌ভিগ : তাত নাই মা, মই পিছফালৰ চিৰিয়েদি তললৈ গৈ সুধি আহিছো।

গীণা : ইপিনে তেওঁৰ ৰাতিৰ খোৱা ঠাণ্ডা হ'ব ধৰিছে।

হেড্‌ভিগ : দেউতাই দেখোন কেতিয়াও ইমান পলম নকৰে।

বাতি খাবলৈ অহাৰ সময়ৰ তেওঁ কেতিয়াও হেৰফেৰ নকৰে।

গীণা : আঃ, চিন্তা নকৰিবি, যিকোনো মুহূৰ্তত আহি ওলাবহি।

হেড়্‌ভিগ : আহিবনে? আজি আমাৰ ইয়াৰ কৰ্মকাণ্ডবোৰ মই বৰ আচহুৱা পাইছো মা।

*(ইয়াল্‌মাৰ এইকড়াল কুলানিৰ দুৱাৰেদি আহে।)*

গীণা : সৌ চা, আহিছে।

হেড়্‌ভিগ : *(ইয়াল্‌মাৰৰ ওচৰলৈ যায়।)* দেউতা, ইমান বেলি কৰিলা কিয়? আমি তোমালৈ বৈ আছো।

গীণা : ইমানপৰ হ'ল তুমি ওলাই গৈছা।

ইয়াল্‌মাৰ : *(গীণাৰ মুখলৈ নোচোৱাকৈ)* এৰা, বহুতপৰ হ'ল।

*(তেওঁ অ'ভাৰকোটটো খোলে, হেড়্‌ভিগ আৰু গীণা আগবাঢ়ি যায় তেওঁক সহায় কৰিবলৈ, কিন্তু ইয়াল্‌মাৰে হাতৰ ইংগিতেৰে হাক দিয়ে।)*

গীণা : গ্ৰেইৰ্ছেৰ্ছ, ভেৰ্‌লেৰ লগত বাতিৰ সাজ খাই আহিলা চাগৈ?

ইয়াল্‌মাৰ : *(কোটটো ওলোমাই থয়)* নাই খোৱা।

গীণা : *(ৰান্ধনিশালৰ পিনে যাবলৈ ধৰে।)* মই তেনে আনোগৈ।

ইয়াল্‌মাৰ : থাক নালাগে। এতিয়া একো খোৱাৰ মন নাই।

হেড়্‌ভিগ : *(ওচৰলৈ গৈ)* তোমাৰ গা ভাল নহয় নেকি দেউতা?

ইয়াল্‌মাৰ : হো? নহয়, মই ভালে আছো। গ্ৰেইৰ্ছেৰ্ছ আৰু মই বহুত খোজ কাঢ়িলো, বৰ ভাগৰ লাগিছে।

গীণা : ইমান দূৰলৈ যাব নালাগিছিল। তোমাৰতো খোজ কঢ়া অভ্যাসেই নাই।

ইয়াল্‌মাৰ : হুঃ পৃথিৱীত মানুহে বহু কথাতেই অভ্যস্ত হ'ব লাগে।

(*পায়চাৰী কৰে।*) কোনোবা আহিছিলনে?

গীণা : অকল সেই বিয়া পাতিব খোজা ডেকা-গাভৰুহাল আহিছিল।

ইয়াল্‌মাৰ : নতুন কিবা অৰ্ডাৰ?

গীণা : নাই।

হেড়্‌ভিগ : কাইলৈ নিশ্চয় কোনোবা আহিব, তুমি চাবা দেউতা।

ইয়াল্‌মাৰ : দেখা যাওক। কাইলৈৰ পৰা আৰু বেছি খাটি-খুটি কাম কৰিব লাগিব। শক্তিয়ে যিমান কুলায়।

হেড়্‌ভিগ : কাইলৈ? কাইলৈ কি আছে তুমি পাহৰিলাইনে দেউতা?

ইয়াল্‌মাৰ : অ' হয়, পাহৰিছিলোয়েই। পৰহিৰ পৰা তেন্তে। এতিয়াৰে পৰা সকলো কাম মই নিজে কৰিম। কোনেও মোক সহায় কৰিব নালাগে। কোনেও।

গীণা : কি লাভ ইয়াল্‌মাৰ? তোমাৰ অৱস্থা আৰু শোচনীয় হ'ব। ফটোগ্ৰাফীৰ কামবিলাক ময়েই চম্ভালিম। তুমি তোমাৰ আবিষ্কাৰৰ বাবে সময়খিনি খটোৱা।

হেড়্‌ভিগ : আৰু অ' হাঁহজনীৰ কি হ'ব? কুকুৰা আৰু শহাপহুবোৰতো আছেই।

ইয়াল্‌মাৰ : বাদ দিয়া সেইবোৰ আজে-বাজে বলকনি। কাইলৈৰ পৰা মই সেই আটালখনত ভৰিকে নিদিওঁ।

হেড়্‌ভিগ : অ' দেউতা, তুমি যে মোক কথা দিছিলা কাইলৈ তাত সকৰুকৈ এটা উছৱ পতা হ'ব বুলি।

ইয়াল্‌মাৰ : অ', কথা দিছিলো, তেনেহ'লে কাইলৈৰ দিনটো বাদ, পৰহিৰ পৰা। আৰু সেই মৰতী হাঁহজনী? তাইক ডিঙি মুচৰি মাৰি পেলাবলৈকেহে মোৰ মন গৈছে।

হেড়্‌ভিগ : (*আতংকত চিঞৰি দিয়ে।*) কি ক'লা দেউতা।

গীণা : কি যে কুলক্ষনীয়া কথা।

হেড্‌ভিগ : *(দেউতাকৰ বাহুত ধৰি)* দেউতা, হাঁহজনীযে মোৰ।

ইয়াল্‌মাৰ : অকল সেই কাৰণেই তেনে কাম নকৰো। তোমাৰ কাৰণেই হেড্‌ভিগ; অকল তোমাৰ কাৰণেই মই প্ৰাণ গ'লেও তেনে কাম কৰিব নোৱাৰিম। কিন্তু অন্তৰো অন্তৰত মোৰ ভাব হয় এই কেৰা কাম মই কৰাই উচিত। এইখন ঘৰত সেই মানুহটোৰ স্পৰ্শ পোৱা এটা প্ৰাণীকো মই সহ্য কৰি থকা উচিত নহয়।

গীণা : কিনো কোৱা ইয়াল্‌মাৰ, হাঁহজনীকতো সেই অলগৰ্ধ পেটেৰছেনেহে শহুৰ দেউতাক দিছে।

ইয়াল্‌মাৰ : *(পায়চাৰী কৰি)* কিন্তু গীণা পৃথিৱীত মানুহৰ ওচৰত এনে কিছুমান দাবী থাকে মানে, কি বুলি কম? আদৰ্শৰ হকে দাবী যাক উলাই কৰা অসম্ভৱ। অঁ, পাৰিবা উলাই কৰিব, কিন্তু তাৰ বিনিময়ত নিজে ক্ষত-বিক্ষত হ'ব লাগিব।

হেড্‌ভিগ : কিন্তু দেউতা, বেচেৰী হাঁহজনীৰ কথাটোও ভাবি চোৱা।

ইয়াল্‌মাৰ : *(অলৰভাৱে থিয় দি)* শুনা হেড্‌ভিগ, অকল তোমাৰ বাবেই হাঁহজনীক মই একো নকৰো, তাইৰ বুকুৰ নোম এডালো আনকি মই নোচোওঁ। মোৰ পৰা তাইৰ একো অনিষ্ট নহয়। তুমি নাজানা হেড্‌ভিগ মাজনী, তোমাৰ হাঁহজনীতকৈও মোৰ আৰু ডাঙৰ সমস্যা আছে যাক মই মোকাবিলা কৰিব লাগিব। যাক, যোৱা এতিয়া ফুৰিবলৈ ওলাই যোৱা, আনদিনা যেনেকৈ যোৱা, তেনেকৈয়ে তুমি ফুৰিব পৰাকৈ এন্ধাৰ হৈছে, দিনৰ পোহৰ নাই।

হেড্‌ভিগ : নাই, এতিয়া মোৰ ফুৰিবলৈ মন যোৱা নাই।

ইয়াল্‌মাৰ : নাই, নাই, হেড়্‌ভিগ, তুমি যাব লাগিব। যোৱা, তোমাৰ চকু চল্‌চলীয়া হৈছে। নহ'বনো কিয়? ঘৰটোত যি ধোঁৱা। তোমাৰ চকু এনেয়েই বেয়া হ'ব। এই চালখনৰ তলত বতাহ আবদ্ধ।

হেড়্‌ভিগ : ঠিক আছে বাৰু, মই পিছ্‌পিনৰ খটখটিয়েদি তললৈ গৈ অলপ খোজকাঢ়ি আহিম। মোৰ কোট আৰু টুপী? অ' সেইবোৰ মোৰ কোঠাতহে। দেউতা মই ঘৰত নথকাত তুমি হাঁহজনীৰ কোনো ক্ষতি নকৰো বুলি কথা দিয়া।

ইয়াল্‌মাৰ : মই তোমাক কথা দিলো, মই তাইৰ চুলিমানো ক্ষতি নকৰো। মোৰ ওচৰলৈ আহা। *(হেড়্‌ভিগ ওচৰলৈ যায়।)* হেড়্‌ভিগ, মোৰ সোণজনী তুমি আৰু মই। নাই, যোৱা।

*(মাক-দেউতাকলৈ মূৰ দুপিয়াই ওলাই যোৱাৰ ইংগিত দি হেড়্‌ভিগ ৰান্ধনিকোঠাৰ দুৱাৰখনেদি ওলাই যায়। ইয়াল্‌মাৰে তলমূৰ কৰি পায়চাৰী কৰি থাকে।)*

ইয়াল্‌মাৰ : গীণা।

গীণা : কোৱা।

ইয়াল্‌মাৰ : কাইলৈৰ পৰা অ' নহয়, ধৰা, পৰহিৰ পৰা এইখন ঘৰৰ হিচাপ-পত্ৰৰ বহীবোৰ মোৰ হাতত থাকিব।

গীণা : কি ক'লা, ঘৰৰ হিচাপো তুমি ৰাখিবা।

ইয়াল্‌মাৰ : আন নহ'লেও অন্ততঃ আমাৰ উপাৰ্জনৰ হিচাপখিনি মই ৰাখিম।

গীণা : অ' মোৰ গোসাঁই, এইটো যেন বৰ টান কাম।

ইয়াল্‌মাৰ : নহয় বুলি জানো ক'ব পাৰি? বাৰু কোৱাচোন গীণা, মই ঘৰুৱা খৰচৰ বাবে দিয়া টকাৰে

হিচাপতকৈ বহু বেছি দিনলৈকে তুমি চলোৱা কেনেকৈ?

গীণা : কাৰণ, মোৰ আৰু হেড্‌ভিগৰ প্ৰয়োজন বুলিবলৈ বিশেষ একো নাই।

ইয়াল্‌মাৰ : এইটো সঁচাকৈ হেৰ্ ভেৰ্‌লেৰ বাবে দেউতাই যিখিনি কপি কৰাৰ কাম কৰে তাৰ বিনিময়ত তেওঁক সাধাৰণতকৈ বেছি ধন দিয়া হয়?

গীণা : মই কেনেকৈ কম, বেছি দিয়েনে কম দিয়ে? মইতো নাজানো তেনেধৰণৰ কামৰ বাবে সাধাৰণতে কিমান পোৱা যায়।

ইয়াল্‌মাৰ : বাৰু তেওঁৰ মুঠ আয় কিমান? মোটামুটি এটা ক'লেও হ'ব।

গীণা : একো সঠিক নাই, সদায়ে সমান উপাৰ্জন নহয়। মোটামুটিকৈ ক'বলৈ হ'লে, তেওঁৰ বাবে আমাৰ যিমান খৰচ হয়, সিমানেই আৰু তাৰে তেওঁৰ হাত খৰচো চলি যায়।

ইয়াল্‌মাৰ : তেওঁৰ বাবে আমাৰ কিমান খৰচ হয়? এই কথাটো তুমিতো মোক আগতে কেতিয়াও কোৱা নাই। কিয়?

গীণা : ক'বলৈ সত যোৱা নাছিল। মই মন কৰো— দেউতাৰ সকলো প্ৰয়োজন তুমিয়েই পূৰাই আছা বুলি ভাবি ইমান ৰং পোৱা যে—।

ইয়াল্‌মাৰ : অথচ, প্ৰকৃততে সেইখিনি দিছিল হেৰ্ ভেৰ্‌লেই, নহয়নে?

গীণা : তাতনো কি হ'ল?—হেৰ্ ভেৰ্‌লেৰ টকা বহুত।

ইয়াল্‌মাৰ : লেম্পটো জ্বলাই দিয়াচোন।

গীণা : *(লেম্পটো জ্বলাই থাকি)* মই ঠিক নাজানো

টকাখিনি হেৰ্ ভেৰ্লেই নিজে দিয়ে নে গ্ৰবেৰ্গে দিয়ে।

ইয়াল্মাৰ : কথাটো তুমি গ্ৰবেৰ্গলৈ পোনাইছা কিয়?

গীণা : মই সেইবোৰ একো নাজানো। মই ভাবিছিলো......

ইয়াল্মাৰ : হুঁ?

গীণা : এটা কথা মনত ৰাখিবা ইয়াল্মাৰ, কপি কৰাৰ কাম দেউতাক মই গোটাই দিয়া নাছিলো। ..... ঘৰলৈ আহি দি গৈছিল।

ইয়াল্মাৰ : তোমাৰ মাতটো দেখোন থোকাথুকি হৈছে?

গীণা : *(লেম্পটোৰ ওপৰত শ্বেড্ লগায়।)* হয় নেকি?

ইয়াল্মাৰ : লেম্পটোৰ ওপৰত শ্বেডখন লগাওঁতে তোমাৰ হাত দুখনো কঁপা যেন পাওঁ। কি কোৱা?

গীণা : *(দৃঢ় কণ্ঠত)* ইয়াল্মাৰ, মোক ইতিকিং কৰি এইবোৰ আজে-বাজে বলকিছা কিয়? মোক পোনপটীয়াকৈ কোৱা।

ইয়াল্মাৰ : ভেৰ্লেহঁতৰ ঘৰত তোমাৰ আৰু ভেৰ্লেৰ মাজত কিবা সম্পৰ্ক গঢ়ি উঠাৰ কথাটো সঁচা হয়নে নহয়?

গীণা : নহয়। তেতিয়া নহয়। মিঃ ভেৰ্লে অৱশ্যে মোৰ পিছে পিছে লাগি আছিল, এই কথা সঁচা। তাকে দেখি তেওঁৰ ঘৈণীয়েকে ভাবিলে, নিশ্চয় কিবা এটা ঘটিছে, লগে লগে আৰম্ভ হৈ গ'ল খেচখেচনি। উস, তেতিয়াৰে পৰা মানুহজনীয়ে যদি মোক এটা মুহূৰ্তৰ বাবেও শান্তিত থাকিবলৈ দিলে। গতিকে মই কামটো এৰি থৈ গুচি আহিলো।

ইয়াল্মাৰ : তাৰ পাছৰখিনি কোৱা।

গীণা : মই ঘৰলৈ উভতি গ'লো আৰু মোৰ মাই.... মোৰ মাৰ প্ৰতি তোমাৰ যি ধাৰণা সি শুদ্ধ নহয়। মাই

মোক এই লৈ বহুত কথা শুনালে, মোৰ ইটো-সিটো অনেক দোষ উলিয়ালে। তুমি নিশ্চয় জানা, মই ঘৰলৈ ঘূৰি অহাৰ পাছতেই মিঃ ভেৰ্‌লেৰ ঘৈণীয়েক গৰাকী ঢুকাই থাকিল। পত্নীহাৰা হ'ল।

ইয়াল্‌মাৰ : তাৰ পাছত?

গীণা : তাৰ পাছত যি হ'ল সেই কথা তুমি জানি নোলোৱাই ভাল। মিঃ ভেৰ্‌লেই তেওঁ বিচৰাটো আদায় নকৰালেকে মোক এৰি দিয়া নাছিল।

ইয়াল্‌মাৰ : হঁ। এই গৰাকী মানুহেই মোৰ সন্তানৰ মাতৃ। তুমি কিয়-কিয়- এনে এটা কথা মোৰ পৰা লুকুৱাই থৈছিলা?

গীণা : মোৰ ভুল হৈছিল মই জানো। তোমাক মই বহু আগতেই কথাটো ক'ব লাগিছিল।

ইয়াল্‌মাৰ : তুমি মোক পোন প্ৰথমেই ক'ব লাগিছিল। তেতিয়া মই জানি গ'লোহেঁতেন কেনে চৰিত্ৰৰ তিৰোতা তুমি।

গীণা : জনাৰ পাছত তুমি মোক বিয়া কৰালাহেঁতেননে?

ইয়াল্‌মাৰ : জনাৰ পাছতো তোমাক বিয়া কৰাম? এনে কথা তুমি ভাবিলা কেনেকৈ?

গীণা : নাই ভবা। আৰু, সেয়েহে তেতিয়া তোমাক একেবাৰেই কোৱা নাছিলো। ইতিমধ্যে তোমাক মই কিমান ভালপাই পেলাইছিলো তুমি জানা সেই কথা। তোমাৰ লগত এৰাএৰি হ'লে মোৰ জীৱনলৈ যি এন্ধাৰ নামিব সেই কথা কল্পনা কৰিবলৈকেও মোৰ ভয় লাগিছিল। সেয়ে...

ইয়াল্‌মাৰ : *(আকৌ গীণাৰ ওচৰতে পায়চাৰী কৰে।)* এই গৰাকী মানুহেই মোৰ হেড়্‌ভিগৰ মাক। আৰু, মোৰ এই আচবাব-পত্ৰ, এই চকী *(চকী এখনত গোৰ*

*মাৰে)*, এই মেজ, এই ঘৰ-দুৱাৰ, মোৰ গোটেই সংসাৰখন মই পাইছো মোৰ এই সৌভাগ্যবান পূৰ্বসূৰীৰ অনুগ্ৰহত। ধিক, লম্পট ভেৰ্‌লে।

গীণা : ইয়াল্‌মাৰ, এই যে চৈধ্য-পোন্ধৰ বছৰ আমি একেলগে কটালো তাৰ বাবে তোমাৰ এতিয়া আপচোচ হৈছে নেকি?

ইয়াল্‌মাৰ : *(গীণাৰ আগত থিয় হৈ)* গীণা, তুমি মোক কোৱাচোন এক ফাঁকিৰ মকৰাজালত মোক সুমুৱাই লোৱাৰ বাবে প্ৰতিটো দিন, প্ৰতিটো ঘণ্টা তুমি অনুতাপ কৰা নাইনে? মোক উত্তৰ দিয়া। সঁচাকৈয়ে তুমি অনুশোচনা আৰু পাপবোধৰ যাতনাত ক্ষত-বিক্ষত হোৱা নাইনে?

গীণা : মোৰ মৰমৰ ইয়াল্‌মাৰ, ঘৰখন চলোৱা আৰু ইমানবোৰ কাম চম্ভালাৰ বাবে প্ৰতিদিনেই মূৰ ঘমাবলগীয়া বহুতো বিষয় আছিল আৰু আছে।

ইয়াল্‌মাৰ : তাৰ মানে নিজৰ অতীত জীৱনটো কেনেকুৱা আছিল ভাবি চাবলৈ কোনোদিনেই তোমাৰ সময় হোৱা নাই?

গীণা : নাই, হোৱা নাই। সঁচা কথা ক'বলৈ গ'লে, তেতিয়াৰ সেই সমস্যাটোৰ কথা মই প্ৰায় পাহৰিয়েই গৈছিলো।

ইয়াল্‌মাৰ : কি অদ্ভুত তোমাৰ এই নিৰ্বিকাৰ, অনুভূতিহীন পৰিতৃপ্তিবোধ, গীণা! ভাবিলে মোৰ খুব দুখ লাগে যে এটা মুহূৰ্তৰ বাবেও তোমাৰ বিবেক যন্ত্ৰণা হোৱা নাই।

গীণা : কিন্তু ইয়াল্‌মাৰ, মোক কোৱাচোন, মোৰ দৰে এজনী ঘৈণী নোপোৱাহেঁতেন তোমাৰ কেনে দুৰ্দশা হ'লহেঁতেন।

ইয়াল্‌মাৰ : তোমাৰ দৰে ঘৈণী।

গীণা : অঁ, মোৰ দৰে ঘৈণী। এই কথা জল্‌জল্ পট্‌পট্ যে কাৰবাৰ চলোৱাত মই তোমাতকৈ ভাল। অৱশ্যে, কাৰণ হিচাপে ক'ব পাৰা যে মই তোমাতকৈ এক বা দুই বছৰৰ ডাঙৰ।

ইয়াল্‌মাৰ : হুঁ। কিনো হ'লহেঁতেন?

গীণা : তোমাৰ সৈতে মোৰ যেতিয়া প্ৰথম চিনাকি হ'ল, তুমি তেতিয়া নানান বদ অভ্যাসৰ মাজত পোত গৈছিলা। অস্বীকাৰ কৰিব পাৰানে তুমি সেই কথা?

ইয়াল্‌মাৰ : বদ অভ্যাসৰ কথা কৈছা? তুমি কেনেকৈ বুজি পাবা মোৰ দৰে আবেগপ্ৰৱণ মানুহ এজন যেতিয়া শোক আৰু হতাশাত ভাগি পৰে তেতিয়া তেওঁৰ মনৰ কি অৱস্থা হয়?

গীণা : হ'ব পাৰে, মই বুজি নাপাওঁ, আৰু এই বিষয়ে কথা বঢ়োৱা মোৰ উচিত নহয়, কাৰণ বিয়াৰ পাছত যেতিয়া তোমাৰ নিজৰ সংসাৰ এখন হ'ল তেতিয়াৰে পৰা তুমি এজন ভাল স্বামী। ইয়াতেই আমি এখন সুখী সংসাৰ গঢ়ি তুলিছিলো। আজি কিছুদিনৰ পৰা হেড্‌ভিগ আৰু মই আমাৰ বাবে নতুন কাপোৰ-কানি ল'ব পৰা হৈছিলো। খোৱাৰ বাবেও কিছু খৰচ কৰিব পাৰিছিলো।

ইয়াল্‌মাৰ : এৰা, প্ৰৱঞ্চনাৰ পিটনিত সুখৰ কাৰেং।

গীণা : সুখৰেই হৈ থাকিলহেঁতেন যদি সেই অসহ্য মানুহটোৱে আমাৰ ইয়াত মূৰ সুমুৱাবলৈ নাহিলহেঁতেন।

ইয়াল্‌মাৰ : মোৰো ধাৰণা আছিল, মোৰ এখন সুখৰ সংসাৰ আছে, কিন্তু সেয়া আছিল মোৰ ভ্ৰম। এতিয়া মোৰ আৱিষ্কাৰক বাস্তৱ ৰূপ দিবলৈ ক'ব পৰা সেই

প্ৰেৰণা পাম? হয়তো মোৰ লগে লগে মোৰ এই সপোনৰো মৃত্যু হ'ব আৰু তেতিয়া জানিবা গীণা, সেই হত্যাৰ কাৰণ হ'ব তোমাৰ অতীত।

গীণা : *(চকুপানী ওলাও ওলাও হৈছে।)* এনে অমংগলীয়া কথা নক'বা ইয়াল্‌মাৰ। মই, সদায় তোমাৰ ভালটোকেই কামনা কৰি আহিছো।

ইয়াল্‌মাৰ : গীণা, তুমি কোৱা মোক, এইখন ঘৰৰ ভৰণপোষণৰ দায়িত্বত থকাজনৰ সপোনটোৰ এতিয়া কি দশা হ'ব? মই যেতিয়া চোফাখনত শুই মোৰ আৱিস্কাৰৰ কথা চিন্তা কৰো, তেতিয়া মোৰ ভাব হয়, ইয়েই মোৰ সকলো শক্তি শেষ কৰি দিব। মোৰ এনে ভাব হয়, যিদিনা সেই আকাংক্ষিত দিনটো আহিব, মোৰ হাতত থাকিব মোৰ আৱিষ্কাৰৰ 'পেটেণ্ট', সেইদিনাই হ'ব মোৰ বিদায়ৰ দিন। মোৰ আনটো সপোন আছিল তোমাক প্ৰয়াত আৱিস্কাৰকজনৰ অৰ্থবান বিধৱা পত্নীৰূপে থৈ যাম।

গীণা : *(চকুপানী মচি মচি)* এইবোৰ কুলক্ষণীয়া কথা নক'বা ইয়াল্‌মাৰ । ভগৱানৰ ওচৰত মই প্ৰাৰ্থনা কৰো বিধৱা হোৱাৰ আগতেই যেন মোৰ মৃত্যু হয়।

ইয়াল্‌মাৰ : এতিয়া আৰু এইবোৰ আলোচনাৰ কোনো অৰ্থ নাই গীণা। এতিয়া সকলো শেষ, সকলো শেষ।

*(বাহিৰৰ পৰা গ্ৰেইৰ্ঘেছ ভেৰলেই সাৱধানে দুৱাৰখন খোলে আৰু ভিতৰলৈ চায়।)*

গ্ৰেইৰ্ঘেছ : আহিব পাৰোনে?

ইয়াল্‌মাৰ : আহ।

*(মুখত এমোকোৱা হাঁহি লৈ আনন্দৰ অভিব্যক্তিৰে*

*গ্ৰেইৰ্ঘেছ আগবাঢ়ি আহে আৰু কৰমৰ্দনৰ বাবে দুয়োলৈ হাত এখন আগবঢ়াই দিয়ে।)*

গ্ৰেইৰ্ঘেছ : তেনেহ'লে মোৰ প্ৰাণৰ বন্ধু পৰিয়াল।

*(ইয়ালমাৰ আৰু গীণা কাৰো কোনো প্ৰতিক্ৰিয়া নাই। গ্ৰেইৰ্ঘেছে এবাৰ ইয়ালমাৰৰ মুখলৈ এবাৰ গীণাৰ মুখলৈ চায়।)*

*(ফুচফুচাই)* ইয়াল্‌মাৰ, কামটো এতিয়াও কৰা নহ'ল নেকি?

ইয়াল্‌মাৰ : *(ডাঙৰকৈ)* হৈ গ'ল।

গ্ৰেইৰ্ঘেছ : হৈ গ'ল? সঁচাইতো?

ইয়াল্‌মাৰ : মোৰ জীৱনৰ তিক্ততম মুহূৰ্ত্তটো মই অতিক্ৰম কৰিলোঁ।

গ্ৰেইৰ্ঘেছ : কিন্তু ই মনৰ গভীৰতম উন্নতিৰ কাৰকো ইয়াল্‌মাৰ।

ইয়াল্‌মাৰ : যি কি নহওক, বৰ্তমানে আমাৰ সেই কাম শেষ।

গীণা : ভগৱানে আপোনাক যেন ক্ষমা কৰে, মিঃ ভেৰ্‌লে।

গ্ৰেইৰ্ঘেছ ॰ *(প্ৰবল বিস্ময়েৰে)* কথাটোনো কি? মই একো বুজি পোৱা নাই।

ইয়াল্‌মাৰ : কি বুজি পোৱা নাই তই?

গ্ৰেইৰ্ঘেছ : এয়ে যে এক সত্য প্ৰকাশ হৈ যোৱাৰ পাছত এতিয়া সেই সত্যৰ পোহৰত পূৰ্বৰ সকলো ফাঁকিৰ পৰা মুক্ত হৈ প্ৰতিষ্ঠিত হ'ব লাগিছিল এক প্ৰকৃত পৰিপূৰ্ণ যুগ্ম জীৱন।

ইয়াল্‌মাৰ : জানো, জানো, মই সকলো জানো।

গ্ৰেইৰ্ঘেছ : মই বৰ আশা কৰি আহিছিলো সোমায়ে দেখা পাম তহঁতৰ মুখত ৰূপান্তৰৰ উজ্জ্বলতা। অথচ তাৰ সলনি দেখা পালো বিষণ্ণতা, হতাশা আৰু দুখ...

গীণা : একেবাৰে সঁচা, হেৰ্ ভেৰ্‌লে। ৰ'ব বৰ এক্সেকলা

যেন লাগিছে, লেম্পটোৰ ওপৰৰ পৰা শ্বেড্খন গুচাই দিও।

গ্ৰেইৰ্ঘেছ : আপুনি মোৰ কথা বুজিবলৈ চেষ্টা কৰা নাই ফ্ৰু এইক্‌ডাল। এদিন অৱশ্যে পাব। কিন্তু তই! তই ইয়াল্‌মাৰ ? তাইতো সকলো জানি-বুজি লোৱাৰ পাছত নিজকে এক উচ্চ পৰ্যায় পোৱা মানুহ বুলি ভাবিব লাগিছিল।

ইয়াল্‌মাৰ : অৱশ্যেই ভাবো। কিন্তু বেলেগ ধৰণে।

গ্ৰেইৰ্ঘেছ : কাৰণ দুষ্কৃতিকাৰী পাপীক ক্ষমা কৰি প্ৰেমেৰে আকোঁৱালি লৈ ওপৰলৈ তোলাৰ যি আনন্দ সেই আনন্দৰ তুলনা আন একোৰেই লগত হ'ব নোৱাৰে, ইয়াল্‌মাৰ ।

ইয়াল্‌মাৰ : মই যে এই মাত্ৰ তিতা-কেহা পানী এগিলাচ গিলিলো সেইটো বৰ সহজ কাম বুলি ভাবিছ নেকি তই, গ্ৰেইৰ্ঘেছ?

গ্ৰেইৰ্ঘেছ : সাধাৰণ মানুহৰ বাবে অৱশ্যে সহজ নহয়, কিন্তু তোৰ দৰে মানুহৰ বাবে...

ইয়াল্‌মাৰ : আঃ, মই ভালদৰে জানো গ্ৰেইৰ্ঘেছ, কিন্তু তই মোক খুচি নাথাকিবি। এইবোৰ কামত সময় লাগে।

গ্ৰেইৰ্ঘেছ : তোৰ মাজত এতিয়াও বহু বনহাঁহ সোমাই আছে, ইয়াল্‌মাৰ ।

ৰেলিং : *(ভিতৰ সোমাই)* এতিয়াও তোমালোকে সেই বনৰীয়া হাঁহটোৰ কথাকে পাতি আছা নেকি?

ইয়াল্‌মাৰ : এৰা, ডাঙৰজন ভেৰ্লেৰ গুলীত ডেউকা ভগা হাঁহটোৰ কথা।

ৰেলিং : অ' ডাঙৰজন ভেৰ্লেৰ কথাহে পাতিছা নেকি?

ইয়াল্‌মাৰ : অঁ, তেওঁৰ আৰু আমাৰ কথাও।

বেলিং : *(গ্ৰেইৰ্ঘেছক লক্ষ্য কৰি আধাফুটাকৈ)* নিধক ক'ৰবাৰ।

ইয়াল্মাৰ : কি ক'লা বেলিং?

বেলিং : এই ভগু বেজজন নিজৰ ঘৰলৈ উভতি যোৱাটোৱে মই একান্তমনে কামনা কৰিছিলো। ইয়াত থাকিলে তোমালোক দুয়োকে তেওঁ শেষ কৰিহে এৰিব।

গ্ৰেইৰ্ঘেছ : নিশ্চিত থাকক বেলিং ডাঙৰীয়া, এওঁলোকৰ কাৰো কোনো অনিষ্ট নঘটে। ইয়াল্মাৰৰ কথা ক'বই নালাগে, কাৰণ আমি তেওঁক জানো। তেওঁৰ পৰিবাৰৰ বিষয়ে মোৰ অলপ সংশয় আছে যদিও তেওঁৰ অন্তৰৰ অন্তঃস্থলীত আন্তৰিকতা আৰু বিশ্বাসযোগ্যতা আছে।

গীণা : *(প্ৰায় কন্দাৰ দৰে)* তেন্তে হেৰ্ ভেৰ্লে, মই যিদৰে আছিলো সেইদৰেই থাকিবলৈ নিদিলে কিয়?

বেলিং : ভেৰ্লে ডাঙৰীয়া, সুধিব পাৰোনে, আপুনি ইয়াত ঠিক কি কৰি আছে বুলি ভাবিছে?

গ্ৰেইৰ্ঘেছ : এখন প্ৰকৃত বিবাহৰ ভেটি স্থাপনৰ চেষ্টা কৰিছো।

বেলিং : অ', তাৰ মানে এইকৃডালহঁতৰ বিয়াখন বিয়া নহয় বুলি আপুনি ভাবে?

গ্ৰেইৰ্ঘেছ : আন দহখন বিয়াৰ দৰে ঠিকেই আছে, কিন্তু প্ৰকৃত বিয়াখন এতিয়াও হোৱা নাই।

ইয়াল্মাৰ : আদৰ্শৰ দাবী কি সেই কথা তুমি কোনোদিনেই উপলব্ধি কৰিব পৰা নাই বেলিং।

বেলিং : থোৱা, থোৱা সেইবোৰ বাজে কথা। পিছে, ভেৰ্লে ডাঙৰীয়া, আপোনাৰ জীৱনত কেইখন 'প্ৰকৃত বিবাহ' আপুনি দেখা পাইছে ক'বনে? মোটামুটি এটা হিচাপ দিলেই হ'ব।

গ্রেইর্ঘেছ : এখনো দেখিবলৈ পোৱা নাই।

ৰেলিং : ময়ো দেখা নাই।

গ্রেইর্ঘেছ : কিন্তু মই ফাঁকিৰে ভৰা অজস্র বিবাহ দেখা পাইছো আৰু এনে বিবাহে স্বামী-স্ত্রী দুয়োটা পক্ষৰেই জীৱন কেনে বিষময় কৰি তোলে তাৰ পৰিচয় মোৰ নিচেই ওচৰৰ পৰা পোৱাৰ সুযোগ ঘটিছে।

ইয়াল্‌মাৰ : ইয়ে মানুহৰ নৈতিক চৰিত্ৰৰ ভেটি তেনেই থানবান কৰি দিব পাৰে, সেইটোহে বেছি ভয়ৰ কথা।

ৰেলিং : মই অৱশ্যে কাহানিও বিয়া কৰাই পোৱা নাই। গতিকে এই বিষয়ে কোনো বিধান মই দিব নোৱাৰিম। কিন্তু এই কথা মই জানো যে শিশুও বিবাহৰ এটা অংগ। তোমালোকে আমাৰ শিশুটিক শান্তিত থাকিবলৈ দিয়া।

ইয়াল্‌মাৰ : হয়, হয়, হেড্‌ভিগ। মোৰ মৰমৰ হেড্‌ভিগ।

ৰেলিং : অনুগ্রহ কৰি তাইক তোমালোকৰ আদৰ্শৰ দাবীৰ বাহিৰত ৰাখা। নিজৰ জীৱনক লৈ তোমালোকে যিমান ইচ্ছা সিমান হেতালি খেলি থকা, মোৰ কোনো আপত্তি নাই। কিন্তু হেড্‌ভিগৰ বেলিকা সাৱধান হ'বা বুলি কৈ দিলো, নহ'লে তাইৰ ডাঙৰ অনিষ্ট হৈ যাব পাৰে।

ইয়াল্‌মাৰ : ডাঙৰ অনিষ্ট।

ৰেলিং : এৰা, নাইবা এনেও হ'ব পাৰে যে তাই নিজেই নিজৰ বিপদ ঘটাব, হয়তো আনৰো।

গীণা : কিন্তু আমি কেনেকৈ জানিম সেই কথা ডাক্তৰ ৰেলিং?

ইয়াল্‌মাৰ : এতিয়াই তাইৰ চকুৰ কিবা বিপদ আছে নেকি?

ৰেলিং : মই যি ক'ব খুজিছো তাৰ লগত চকুৰ কোনো

সম্পৰ্ক নাই। মনত ৰাখিবা হেড্‌ভিগৰ বয়সটো এটা সন্ধিক্ষণত আছে। এই বয়সত তাইৰ মূৰত অদ্ভুত কল্পনাই বাহ ল'ব পাৰে।

গীণা : সেয়া, তাই ইতিমধ্যেই তেনে ব্যৱহাৰ কৰিবলৈ লৈছে। কাৰণি কোঠাত তাই জুইত কিবাকিবি কৰাৰ চেষ্টা কৰে। তাই কয় আই বোলে 'জুই লগা ঘৰ খেলিছে'। প্ৰায়েই ডাক্তৰ ৰেলিং, মোৰ ভয় লাগি থাকে, তাই হয়তো ঘৰটোত জুই দি দিব পাৰে।

ৰেলিং : দেখিলা। মইতো জানো।

গ্ৰেইৰ্ষেছ : কিন্তু ৰেলিং ডাঙৰীয়া, আপুনি ইয়াৰ কি ব্যাখ্যা দিব?

ৰেলিং : বন্ধু, তাই গাভৰু হ'বলৈ ওলাইছে।

ইয়াল্‌মাৰ : ৰেলিং, তাইৰ মোৰ ঘৰে দেউতাক থাকে মানে আৰু মোৰ প্ৰাণ থাকে মানে *(দুৱাৰত টুকুৰিওৱাৰ শব্দ শুনিবলৈ পোৱা যায়।)*

গীণা : ইয়াল্‌মাৰ, মনে মনে। কোনোবা আহিছে বাহিৰত। *(মাত ডাঙৰ কৰি।)* সোমাই আহক। *(ফ্ৰু ছাবাৰ্‌বি সোমাই আহে।)*

ফ্ৰু ছাবাৰ্‌বি : নমস্কাৰ।

গীণা : *(ওচৰলৈ যায়)* বেৰ্টে তুমি?

ছাবাৰ্‌বি : বিশ্বাস হোৱা নাই? *(পিছে)* অসময়ত আহিলো চাগৈ?

ইয়াল্‌মাৰ : মুঠেই অসময় নহয়, ফ্ৰু ছাবাৰ্‌বি, বিশেষকৈ সৌভাগ্য খবৰ বাৰ্তা বাহকসকলৰ বাবে মুঠেই অসময় নহয়।

ফ্ৰু ছাবাৰ্‌বি : আচলতে গীণা, মতা মানুহবোৰ ঘৰত থাকিব বুলি মই ভবা নাছিলো। তোৰ পৰা বিদায় লোৱাৰ আগতে তোক নিবলৈ কিছুপৰ লগ পাই যাওঁ বুলি

আহিছিলো।

গীণা : কি ক'লা বেৰ্টে? তুমি এই ঠাই এৰি গুচি যাবা?

ফ্ৰু ছাৱাৰ্‌বি : কাইলৈ একেবাৰে পুৱাই। এৰা, হ্যোইডাললৈ। হেৰ্ ভেৰ্‌লে আজি আবেলিতেই গ'ল। *(গ্ৰেইৰ্ঘেছক অৰ্থপূৰ্ণভাৱে)* আপোনাৰ দেউতাৰাই আপোনাক শুভেচ্ছা জনাইছে।

গীণা : কিযে কথা।

ইয়াল্‌মাৰ : তাৰ মানে, হেৰ্ ভেৰ্‌লে গুচি গ'ল? আৰু এতিয়া আপুনিও যাব তালৈ?

ফ্ৰু ছাৱাৰ্‌বি : হয়, কথাটো আপুনি কেনে দেখে হেৰ্ এইক্‌ডাল?

ইয়াল্‌মাৰ : মইনো কি কম? সাৱধানে থাকিব আৰু।

গ্ৰেইৰ্ঘেছ : কথাটো তই বুজা নাই অ' ইয়াল্‌মাৰ। শুন, দেউতাই ফ্ৰু ছাৱাৰ্‌বিক বিয়া কৰাব।

ইয়াল্‌মাৰ : বিয়া কৰাব?

গীণা : হয়নে বেৰ্টে? কথা ইমানখিনি পাইছেগৈনে?

ৰেলিং : *(অলপ থোতা-মোজা লগাকৈ)* সঁচাই নে?

ফ্ৰু ছাৱাৰ্‌বি : এৰা ৰেলিং কথাটো সম্পূৰ্ণ সত্য।

ৰেলিং : তুমি তেনেহ'লে আকৌ বিয়া কৰাবা?

ফ্ৰু ছাৱাৰ্‌বি : এৰা, তেনে সিদ্ধান্তই লোৱা হৈছে। হেৰ্ ভেৰ্‌লেই আকৌ বিয়া কৰোৱাৰ বিশেষ অনুমতি পত্ৰ পাইছে আৰু কোনো আড়ম্বৰ নকৰাকৈ সোনকালেই হ্যোইডালতে নিৰলে পতাটো স্থিৰ কৰিছে।

গ্ৰেইৰ্ঘেছ : তেন্তে বোধকৰো আপোনাৰ সুবোধ-সতিনী পুত্ৰ হিচাপে আপোনাৰ সুখী বিবাহিত জীৱন কামনা কৰাটো মোৰ কৰ্তব্য।

ফ্ৰু ছাৱাৰ্‌বি : আপুনি যদি সঁচাকৈ কামনা কৰিছে, ডেকা ভেৰ্‌লে ডাঙৰীয়া, তেন্তে আপোনালৈ মোৰ বিশেষ ধন্যবাদ।

হেৰ্ ভেৰ্লে আৰু মোৰ দুয়োৱে সুখ আপুনি কামনা কৰিছে নহয়নে?

বেলিং : সেই বিষয়ে তুমি নিশ্চিন্ত থাকা বেৰ্টে, প্ৰথম কথা হেৰ্ ভেৰ্লেই মদ খাই মাতলামী নকৰে মই জনা মতে। দ্বিতীয় কথা, স্বৰ্গগামী হোৱা সেই ঘোঁৱাৰ ডাক্তৰজনৰ দৰে তেওঁ লৈণীয়েকবোৰক মাৰপিট কৰে বুলি মই নাভাবো।

ফ্ৰ ছাৰাৰ্বি : চোৱা বেলিং, মোৰ স্বামী ছাৰাৰ্বি এতিয়া মৃত। গতিকে তেওঁৰ কথা নুলিয়াবা। আনকি তেওঁৰো কিছু কিছু ভাল গুণ আছিল।

বেলিং : হেৰ্ ভেৰ্লেৰ তাতোকৈ বেছি গুণ আছে নিশ্চয়?

ফ্ৰ ছাৰাৰ্বি : তেওঁ অন্ততঃ নিজৰ আটাইতকৈ ভাল গুণবোৰক জলাঞ্জলি দিয়া নাই। যি তেনে কৰে, তেওঁ আকৌ প্ৰতিফলো সেইদৰেই পায়।

বেলিং : তেনেহ'লে আজি নিশা মই মল্ভিকৰ লগত ওলাম।

ফ্ৰ ছাৰাৰ্বি : সেইটো ভাল কাম নহ'ব। নাযাবা মল্ভিকৰ লগত, অন্ততঃ মোৰ বাবে।

বেলিং : তাৰ বাহিৰে অন্য গতি নাই। ইয়াল্মাৰ, মন আছে যদি ওলাবা।

গীণা : নাই, নাযায়। আপোনাৰ লগত তেনেবোৰ ঠাইলৈ ইয়াল্মাৰ নাযায়।

ইয়াল্মাৰ : *(আধা ফুটাকৈ বিৰক্তভাৱে)* আঃ মনে মনে থাকা গীণা।

বেলিং : মই আহোঁ তেন্তে ফ্ৰ ভেৰ্লে। *(দুৱাৰখনেদি ওলাই যায়।)*

গ্ৰেইৰ্ছে : *(ছাৰাৰ্বিক)* হেৰ্ বেলিঙৰ লগত আপোনাৰ ভাল চিনাকি আছে যেন পাইছো।

ফ্রু ছাৰাৰ্বি : এৰা। বেলিঙৰে মোৰ বহু বছৰৰ বন্ধুত্ব। এটা সময়ত আমাৰ দুয়োৰে বিয়া হওঁ হওঁ অৱস্থাও পাইছিলগৈ।

গ্রেইর্ঘেছ : কিন্তু তেওঁ পিছ হুঁহকিলে, নহয়নে? আপোনাৰ কপাল ভাল।

ফ্রু ছাৰাৰ্বি : আপোনাৰ ধাৰণা মিছা নহয়, ডেকা ভেৰ্লে ডাঙৰীয়া। আবেগৰ পৰা মই সদায় সাৱধান। তিৰোতা মানুহে নিজকে সম্পূৰ্ণ এৰি দিয়া উচিত নহয়, বুজিছেনে?

গ্রেইর্ঘেছ : আপোনাৰ এই পুৰণি বন্ধুত্বৰ কথা মই যদি দেউতাক কৈ দিওঁ? আপোনাৰ ভয় লগা নাইনে?

ফ্রু ছাৰাৰ্বি : মই তেওঁক নিজেই ক'লো।

গ্রেইর্ঘেছ : সঁচাকৈয়ে।

ফ্রু ছাৰাৰ্বি : আনে মোৰ কথাবিলাক তেওঁৰ কাণত পেলাব পাৰে বুলি অনুমান কৰি মই একো লুকঢাক নকৰাকৈ প্রত্যেকটো কথা তেওঁক জনাইছো। প্রথম যিদিনাখন মোক তেওঁ বিয়া কৰোৱাৰ ইংগিত দিছিল, সেইদিনাই তেওঁক মই সকলো বিবৰি কৈছিলো।

গ্রেইর্ঘেছ : দেখিছো, আন দহজনতকৈ আপুনি অকপট।

ফ্রু ছাৰাৰ্বি : মই সদায় খোলাখুলিকৈ কথা কওঁ, কপটালি নকৰো। আমি তিৰোতা মানুহবোৰৰ বাবে এইটোৱেই ভাল।

ইয়াল্মাৰ : তোমাৰ কি মত গীণা?

গীণা : পাছে সকলোবোৰ তিৰোতা মানুহেই একে ধাতুৰে গঢ়া নহয়।

বের্টে : বুজিছ গীণা, মোৰ মতে মই লোৱা বাটটোৱেই আটাইতকৈ ভাল। আনহাতে হেৰ্ ভেৰ্লেয়ো মোৰ

ওচৰত তেওঁৰ কোনো কথা গোপন কৰা নাই। এই যে আমি দুয়ো খোলাকৈ কথা পাতি ল'লো সেইটোৱে আমাৰ সম্বন্ধক নিকপকপীয়া কৰিছে। এতিয়া তেওঁ মোৰ লগত শিশুৰ দৰে নির্ভয়ে কথা পাতে। এনেকুৱা পৰিবেশ আগতে তেওঁ কেতিয়াও পোৱা নাছিল। তেওঁৰ যেতিয়া তজবজীয়া যৌৱন, সুন্দৰ স্বাস্থ্য, জীৱনৰ সেই শ্ৰেষ্ঠ সময়খিনি তেওঁ কটাবলগীয়া হৈছিল নিজৰ পাপৰ বিৰুদ্ধে হিতোপদেশ শুনি শুনি। আৰু বেছি ভাগ ক্ষেত্ৰতে নীতিবাক্যবোৰ বৰ্ষিত হৈছিল কিছু কাল্পনিক অপৰাধক কেন্দ্ৰ কৰি। মই অন্ততঃ সেইদৰেই বুজি পাইছো।

গীণা : ঠিক কৈছা তুমি।

গ্ৰেইৰ্ষেছ : আইদেউসকল, এইবিলাকেই যদি আপোনালোকৰ আলোচনাৰ বিষয়, মই তেন্তে উঠিলো।

ফ্ৰু ছাৰাবি : নাযাব। মই এই সংক্ৰান্তত আৰু এটা কথাও নকওঁ। মই কেৱল ক'ব খুজিছিলো যে মই একো লুকঢাকো কৰা নাই, ছলাহী কথাও কোৱা নাই। আপুনি মানে ডেকা ভেৰ্লে ভাওৰীয়াই হয়তো ভাবিছে ধন বিত্তৰ লোভত মই বিয়া কৰাবলৈ মান্তি হৈছো। হয়, কিন্তু আপুনি, ভবা ধৰণে নহয়। মই ভাবো, মই বিমান সেৱা আগবঢ়াম ল'মো সিমান পৰিমাণ। তাতকৈ বেছি নহয়। মুঠতে মই কেতিয়াও তেওঁক এৰি থৈ নাযাওঁ। মই ভাবো মই তেওঁক দেখা-শুনা কৰিব পাৰিম আৰু তেওঁৰ মই এনে যতন ল'ম যি আন কোনেও নোৱাৰিব। বিশেষকৈ যেতিয়া লক্ষ্য কৰো যে তেওঁ অলপ দিনৰ ভিতৰতে অসহায় হৈ পৰিব।

ইয়াল্মাৰ : কি কয়?

ফ্ৰু ছাৰাবি : ভেৰ্লেই আনক জনাবলৈ যিমানেই মানা নকৰক

লাগে এতিয়া আৰু লুকুৱাই থোৱা উচিত নহয়। তেওঁ অন্ধ হোৱাৰ পথত।

ইয়াল্‌মাৰ : *(চক্‌ খাই)* ইতো বৰ অদ্ভুত কথা। হেৰ্‌ ভেৰ্‌লেও অন্ধ হৈ যাব?

গীণা : কত মানুহেইতো দৃষ্টি শক্তি হেৰুৱায়।

ফ্ৰু ছাৱাৰ্‌বি : আপোনালোকে সহজেই অনুমান কৰিব পাৰে, ব্যৱসায়ী এজনৰ পক্ষে ই কিমান ডাঙৰ বিপৰ্যয়। মই তেওঁৰ চকু দুটাৰ কাম কৰিম, যিমানখিনিলৈকে কৰিব পাৰি। নাই এতিয়া যাব লাগিব, মোৰ ঢেৰ কাম। অ', হেৰ্‌ এইক্‌ডাল, ভেৰ্‌লেই ক'বলৈ কৈছে, তেওঁক যদি আপোনাৰ কিবা প্ৰয়োজন হয়, গ্ৰবেৰ্গক লগ ধৰিলেই হ'ব।

গ্ৰেইর্ষেছ : আপুনি নিশ্চিন্ত থাকক, ইয়াল্‌মাৰ এইক্‌ডালে এই পৰামৰ্শ প্ৰত্যাখ্যান কৰিব।

ফ্ৰু ছাৱাৰ্‌বি : তাৰ অৰ্থ? মোৰ ধাৰণা এটা সময়ত —

গীনা : ডেকা ভেৰ্‌লেই ঠিকেই কৈছে। ইয়াল্‌মাৰে এতিয়া আৰু ডাঙৰ ভেৰ্‌লেৰ পৰা একো নিবিচাৰে।

ইয়াল্‌মাৰ : *(ধীৰ স্বৰে আৰু গুৰুত্ব সহকাৰে)* আপোনাৰ ভাৱী স্বামীক মোৰ অভিনন্দন জনাব মিছেছ্‌ ছাৱাৰ্‌বি, আৰু তেওঁক ক'ব যে গ্ৰবেৰ্গক মই সোনকালে লগ পাম।

গ্ৰেইর্ষেছ : কি ক'লি ইয়াল্‌মাৰ? তই সঁচাকৈ গ্ৰবেৰ্গক লগ ধৰিবি?

ইয়াল্‌মাৰ : নিশ্চয় লগ ধৰিম। তেওঁৰ মালিকৰ ওচৰত মোৰ কিমান ধাৰ আছে তাৰ হিচাপ ল'বলৈ। ডাঙৰ ভেৰ্‌লেৰ পৰা পোৱা ইজ্জত বচোৱা ঋণ মই পৰিশোধ কৰিম। হাঃ হাঃ হাঃ 'ইজ্জত বচোৱা ঋণ', কি সুন্দৰ পৰিভাষা। যি কি নহওক আইনৰ আওতাত

নপৰিলেও মই শতকৰা পাঁচ ক্ৰোনে সুদত আঠাইখিনি টকা ঘূৰাই দিম।

গীণা : কিন্তু ইয়াল্‌মাৰ , তুমি জানো নাজানা, আমাৰ যে ইমান টকা নাই।

ইয়াল্‌মাৰ : মিছেছ ছাৱাৰ্‌বি, আপোনাৰ ভাবীস্বামী গৰাকীক অনুগ্ৰহ কৰি ক'ব যে মই মোৰ আৱিষ্কাৰৰ কামত ভালকৈ লাগি গৈছো। তেওঁক আৰু ক'ব যে মোৰ এই বেদনাদায়ক ঋণৰ বোজাৰ পৰা মুক্ত হোৱাৰ বাসনাই মোক এই ক্লান্তিকৰ কামটো চলাই যোৱাৰ শক্তি দিছে। অকল এই কাৰণেই আৱিষ্কাৰটোত লাগি আছো। ইয়াৰ পৰা আহিবলগীয়া আঠাইখিনি টকাই ব্যয় কৰিম আপোনাৰ ভাবী স্বামীয়ে তেওঁৰ ধনৰ বলত মোৰ ওপৰত জাপি দিয়া অনুগ্ৰহৰ পৰা মুক্ত হবলৈ।

ফ্ৰু ছাৱাৰ্‌বি : কিবা নহয় কিবা এটা এইখন ঘৰত জবৰ ঘটিছে।

ইয়াল্‌মাৰ : আপুনি ঠিকেই ধৰিছে মিছেছ ছাৱাৰ্‌বি।

ফ্ৰু ছাৱাৰ্‌বি : ভাল বাৰু, মই আহিলো। গীণা, তোক মই কথা এটা ক'ম বুলি আহিছিলো, কিন্তু আজি আৰু নহ'ব, আন এদিন আমি কথা হ'ম। আহিলো দেই। হেৰ্‌ এইক্‌ডাল, হেৰ্‌ ভেৰ্‌লে।

গীণা : ব'লা, তোমাৰ লগত মই দুৱাৰলৈকে যাওঁ।

ইয়াল্‌মাৰ : দুৱাৰডলিৰ বাহিৰে এখোজো নাযাবা গীনা। *(ফ্ৰু ছাৱাৰ্‌বি ওলাই যায়। গীণাই দুৱাৰখন মাৰে।)*

ইয়াল্‌মাৰ : দেখিলি গ্ৰেইৰ্ঘেছ, মূৰৰ পৰা ঋণৰ বোজাটো নমাই দিলো।

গ্ৰেইৰ্ঘেছ : তই অৱশ্যে সোনকালে ধাৰটো মাৰি দিব পাৰিবি।

ইয়াল্‌মাৰ : যিখিনি কথা মই ক'লো সেইটো উচিত বুলি ভাব নে নেভাব তই?

গ্ৰেইৰ্ঘেছ : তোক মই সদায় যেনে মানুহ বুলি ভাবো তই তাৰে প্ৰমাণ দিছ।

ইয়াল্‌মাৰ : বুজিছ গ্ৰেইৰ্ঘেছ, এনে কিছু কথা আছে য'ত আদৰ্শৰ দাবীক আওকাণ কৰা অসম্ভৱ। ঘৰখনৰ মুৰব্বী হিচাপে সকলো জ্বালা-যন্ত্ৰণা ময়ে ভুগিব লাগিব। ধূলি-মাকতিৰে ভৰা পাহৰণিত পৰি থকা বহুদিনীয়া ধাৰ এটা মৰাটো মোৰ দৰে ক্ষুদ্ৰ উপাৰ্জনৰ মানুহ এজনৰ পক্ষে একেবাৰে সহজ নহয় বুলি তোক ক'লো। কিন্তু এনে বিননি অৰ্থহীন। মোৰ পৌৰুষেও তাৰ অধিকাৰ দাবী কৰিছে।

গ্ৰেইৰ্ঘেছ : *(ইয়াল্‌মাৰৰ পিঠিত হাত দি)* মই আহি ভালেই কৰিলো, নহয়নে?

ইয়াল্‌মাৰ : এৰা।

গ্ৰেইৰ্ঘেছ : গোটেই পৰিস্থিতিটোয়ে তই স্পষ্টকৈ জানিলি, এইটো জানো ভাল নহল?

ইয়াল্‌মাৰ : *(সামান্য অস্থিৰভাৱে)* হয় অ', ভাল হৈছে। কিন্তু এটা কথা, শুদ্ধ কি অশুদ্ধ কি, এই সম্পৰ্কে মোৰ ধাৰণা খেলি মেলি হৈ গৈছে।

গ্ৰেইৰ্ঘেছ : কিয়?

ইয়াল্‌মাৰ : কথাটো হ'ল— এঃ নালাগে দেই, তোৰ দেউতাৰৰ বিষয়ে ইমান খোলাখুলিকৈ কোৱা বোধকৰো উচিত নহয়।

গ্ৰেইৰ্ঘেছ : কৈ যা, মোৰ কথা ভাবিব নালাগে।

ইয়াল্‌মাৰ : বুজিছ, অৱশেষত গৈ প্ৰকৃত বিবাহৰ সৌভাগ্য ঘটিল মোৰ নহয়, তোৰ দেউতাৰহে। কথাটো ভাবি মোৰ দুখ লাগি যায়।

গ্ৰেইৰ্ঘেছ : কেনেকৈ?

ইয়াল্‌মাৰ : মিছেছ ছাৰাব্‌বিৰ সৈতে হ'বলগীয়া তোৰ দেউতাৰৰ বিয়াখনৰ ভেটি হ'ল পূৰ্ণ আস্থা, পৰস্পৰৰ মাজত কোনো লুক্‌ঢাক নথকা সীমাহীন স্পষ্টতা। তেওঁলোক দুয়ো ইজনে সিজনৰ ওচৰত একো কথা গোপন নকৰে। বাঢ়নীৰে কাৰ্পেটৰ তলত সুমুৱাই নথয়। মই ভাবো তেওঁলোকো ইজনে সিজনৰ পাপক সমান দৃষ্টিৰে গ্ৰহণ কৰিছে।

গ্ৰেইৰ্ঘেছ : কৰিলেই যেনিবা তাতে কি হ'ল?

ইয়াল্‌মাৰ : তাতেইতো আচল কথা গ্ৰেইৰ্ঘেছ। এনে ধৰণৰ টান পৰিস্থিতিত প্ৰকৃত বিবাহৰ ভেটি গঢ়ি তুলিবলৈ এইটোৱেইতো মূলমন্ত্ৰ, তই নিজেই দেখোন তেনেদৰে কৈছিলি :

গ্ৰেইৰ্ঘেছ : কিন্তু এইটো সম্পূৰ্ণ এটা বেলেগ প্ৰসংগ। সেই হালৰ লগত তোৰ আৰু তোৰ ঘৈণীয়েৰক তুলনা কৰিব খুজিছ নেকি? মানে, তইতো ভালকৈয়ে বুজি পাইছ মই কি ক'ব খুজিছো?

ইয়াল্‌মাৰ : তথাপি মই নাভাবি নোৱাৰো যে এই প্ৰসংগটোত এনে কিবা এটা আছে যিয়ে মোৰ ন্যায় বিচাৰৰ প্ৰতি আস্থা নাইকিয়া কৰি দিছে। মোৰ এনে লাগিছে যেন ভগবানৰ বিচাৰ নামৰ কোনো বস্তুৱেই নাই।

গীণা : ছিঃ ইয়াল্‌মাৰ। তেনে কথা নক'বা।

গ্ৰেইৰ্ঘেছ : হুঁ-মোৰ বোধেৰে এইটো বিষয়ত আমি এতিয়া নোসোমোৱাটোৱেই ভাল হ'ব।

ইয়াল্‌মাৰ : যিয়ে নহওক, মই হ'লে ইয়াত ভবিষ্যৎ ঘটনাৰ ইংগিত এটাও পাইছো। মানুহজন অন্ধ হৈ যাব।

গীণা : এইটো ধুৰূপ বুলি ক'ব নোৱাৰা, ইয়াল্‌মাৰ ।

ইয়াল্‌মাৰ : সন্দেহ নাই গীণা। তেওঁযে অন্ধ হ'ব তাত অলপো সন্দেহ নাই। তেওঁৰ এই অন্ধতা ভগৱানে তেওঁক

দিয়া উচিত শাস্তি। কাৰণ তেওঁ নিজ ইচ্ছাৰে এদিন তেওঁৰ বিশ্বস্ত বন্ধু এজনৰ চকুৰ সন্মুখত তৰি দিছিল আন্ধাৰৰ আঁৰ কাপোৰ।

গ্ৰেইৰ্ঘেছ : আন বহুতৰ জীৱনলৈকেও তেওঁ তেনে আন্ধাৰ নমাই আনিছিল ইয়াল্‌মাৰ।

গীণা : ইমান বেয়া কথা কিয় কৈছা ইয়াল্‌মাৰ? মই ভয়তে কঁপি আছো।

*(বাহিৰৰ দুৱাৰখনেদি কোট আৰু টুপি পিন্ধা হেড়্‌ভিগ আনন্দৰ উত্তেজনাৰে ফোঁপাই ফোঁপাই সোমায়।)*

গীনা : অ'। তোমাৰ খোজকঢ়া হৈ গ'ল?

হেড়্‌ভিগ : আৰু বাহিৰত থাকিবলৈ মন নগ'ল, ভাগ্যে আহিছিলো। দুৱাৰমুখত কাক লগ পালো জানা?

ইয়াল্‌মাৰ : নিশ্চয় ফ্ৰু ছাৰাৰ্‌বিক?

হেড়্‌ভিগ : ঠিক কৈছা দেউতা।

ইয়াল্‌মাৰ : *(পায়চাৰী কৰে)*। এইটোৱেই যেন শেষ লগ পোৱা হয়।

*(নীৰৱতা। হেড়্‌ভিগে ভয়ে ভয়ে এজন এজনকৈ আটাইৰে মুখলৈ চায়, যেন তেওঁলোকৰ মনৰ কথা বুজিবলৈ চেষ্টা কৰিছে। দেউতাকৰ ওচৰলৈ যায় আৰু তেওঁৰ মনটো ভাল লগাবলৈ চেষ্টা কৰে।)*

হেড়্‌ভিগ : দেউতা।

ইয়াল্‌মাৰ : কোৱা।

হেড়্‌ভিগ : ফ্ৰু ছাৰাৰ্‌বিয়ে মোলৈ বস্তু এটা আনিছিল।

ইয়াল্‌মাৰ : তোমালৈ? *(কথাটো ভাৱলেশহীনভাৱে কয়)*।

হেড়্‌ভিগ : *(দীঘলীয়াকৈ)* অঁ — কাইলৈৰ বাবে।

গীণা : হেড়্‌ভিগৰ জন্মদিনত বেটেঁই সদায় কিবা নহয় কিবা

এটা উপহাৰ দিয়ে।

ইয়াল্‌মাৰ : আজি কি দিলে?

হেড়্‌ভিগ : সেইটো তোমাক আজি কোৱা নহয়। পোন-প্ৰথমে, কাইলৈ পুৱা মই বিছনাত থাকোতে মায়ে মোক উপহাৰটো দিব।

ইয়াল্‌মাৰ : সকলোতে ৰহস্য। বুজিছো, মই যাতে একো গম নাপাওঁ তাৰে ব্যৱস্থা।

হেড়্‌ভিগ : নাই, নাই দেউতা, তুমি চাব পাৰা। এইখন এখন চিঠি। খামটো গধুৰ। *(জেপৰ পৰা উলিয়াই)* এই চোৱা।

ইয়াল্‌মাৰ : অ' — চিঠিও?

হেড়্‌ভিগ : তেওঁ মোক এখিয়া অকল চিঠিখনহে দিছে। বাকীবোৰ বোধকৰো পাছত আহিব। ভাবাচোন কেৱল এখন চিঠি। মোলৈ আগতে কেতিয়াও কোনেও চিঠি দিয়া নাই। আৰু চোৱা, খামটোৰ ওপৰত মোৰ নামৰ আগত ফ্ৰাকেন বুলি লিখিছে। 'ফ্ৰাকেন হেড়্‌ভিগ এইক্‌ডাল'। দেখিলা, মোলৈ দিছে।

ইয়াল্‌মাৰ : চাওঁ চিঠিখন।

হেড়্‌ভিগ : হোঁ, লোৱা।

ইয়াল্‌মাৰ : হাতৰ আখৰ হেৰ্ ভেৰ্‌লেৰ।

গীণা : সঁচা? ভালকৈ চোৱাচোন।

ইয়াল্‌মাৰ : তুমি নিজেই চোৱা।

গীণা : এইবোৰ কথা মই কিবা জানো বুলি ভাবিছা নেকি?

ইয়াল্‌মাৰ : হেড়্‌ভিগ, মই চিঠিখন খুলি পঢ়োনে?

গীণা : আজি নুখুলিবা ইয়াল্‌মাৰ, তুমিতো জানা সেইখন কাইলৈৰ কাৰণে।

হেড়্‌ভিগ : *(কোমলভাৱে)* দিয়ানা পঢ়িবলৈ মা। তাত নিশ্চয় ভাল কথা লিখা আছে, পঢ়িলে দেউতাই নিশ্চয় ৰং পাব আৰু তেতিয়া আকৌ সকলো ভাল হৈ যাব।

ইয়াল্‌মাৰ : তেনেহ'লে খোলাৰ অনুমতি পালো?

হেড়্‌ভিগ : খোলা দেউতা। তাত নিশ্চয় মজাৰ কথা আছে।

ইয়াল্‌মাৰ : ঠিক আছে তেন্তে, খোলো। *(খামটো ফালে, ভিতৰৰ পৰা এখিলা কাগজ উলিয়ায় আৰু পঢ়ে। পঢ়ি গৈ থাকোতে মুখত বিস্ময়ৰ ভাব ফুটি উঠে।)*

ইয়াল্‌মাৰ : কি আচৰিত, এইখনতো চিঠি নহয়।

গীণা : তেন্তে কি? কি লিখা আছে?

হেড়্‌ভিগ : কোৱানা দেউতা?

ইয়াল্‌মাৰ : মনে মনে থাকা।

*(বিস্মিত ইয়াল্‌মাৰে চিঠিখন আকৌ পঢ়ে। তেওঁৰ মুখখন জঁই পৰি যায়, পিছে নিজকে চম্ভালি লয়।)*

ইয়াল্‌মাৰ : হেড়্‌ভিগ, এইখন এখন দানপত্র।

হেড়্‌ভিগ : সঁচা। কি পাম মই?

ইয়াল্‌মাৰ : তুমি নিজে পঢ়া।

*(হেড়্‌ভিগে লেম্পটোৰ ওচৰলৈ গৈ দানপত্রখন পঢ়ে। ইয়াল্‌মাৰে এখন হাতৰ আঙুলিবোৰ আনখন হাতৰ আঙুলিবোৰৰ ফাঁকৰ মাজেদি সুমুৱাই তলুৱা দুখন নিপকপীয়াকৈ ৰাখে আৰু আধা ফুটাকৈ কয়)*

ইয়াল্‌মাৰ : চকু, চকু, আৰু এতিয়া এইখন চিঠি।

হেড়্‌ভিগ : *(পঢ়া বন্ধ কৰি)* কিন্তু মোৰতো ককাক দিয়া হৈছে যেন লাগিছে।

ইয়াল্‌মাৰ : *(চিঠিখন তাইৰ হাতৰ পৰা লৈ)* গীণা, তুমি কিবা বুজি পাইছানে?

গীণা : মই একোকেই বুজি পোৱা নাই, কথাটো কি নোকোৱা কেলৈ?

ইয়াল্‌মাৰ : গ্ৰেইৰ্ঘেছৰ দেউতাকে, ডাঙৰ ভেৰ্‌লেই হেড্‌ভিগলৈ লেখিছে, তেওঁৰ ককাদেউতাকে আগলৈ কপি কৰা কামটো কৰিব নালাগে। অফিছৰ পৰা তেওঁ মাহিলি এশ ক্ৰোনে পাই থাকিব।

গ্ৰেইৰ্ঘেছ : *(অলপ বিদ্ৰূপৰ সুৰত)* অঁ'।

হেড্‌ভিগ : হয় মা, এশ ক্ৰোনে মই সেইখিনিলৈকে পঢ়িলোঁ।

গীণা : দেউতাৰ বাবে বৰ ভাল হ'ল।

ইয়াল্‌মাৰ : যিমান দিন তেওঁৰ প্ৰয়োজন হ'ব সিমান দিন এশ ক্ৰোনে পাই থাকিব। তাৰ মানে, নমৰালৈকে পাই থাকিব।

গীণা : বুঢ়া বয়সত চলিব পৰা ব্যৱস্থা এটা হ'ল তেও।

ইয়াল্‌মাৰ : তাতেই শেষ নহয়। পিছৰখিনি তুমি পঢ়া নাই, হেড্‌ভিগ। দেউতা ঢুকোৱাৰ পাছত টকাটো তুমি পাই থাকিবা।

হেড্‌ভিগ : ইমান টকা? মই পাই থাকিম দেউতা?

ইয়াল্‌মাৰ : তুমি তোমাৰ গোটেই জীৱন ধৰি পাই থাকিবা বুলি দানপত্ৰখনত লিখা আছে। শুনিলানে গীণা?

গীণা : অঁ, অঁ, শুনিলো।

হেড্‌ভিগ : চিন্তা কৰি চোৱা। ইমানবোৰ টকা মই পাম। *(ইয়াল্‌মাৰৰ গা জোকাৰে।)* তোমাৰ ভাল লগা নাইনে দেউতা? *(তেওঁৰ গাৰ পৰা হেড্‌ভিগৰ হাত দুখন একেবাৰে ইয়াল্‌মাৰে পুনৰ পায়চাৰী কৰিবলৈ লয়।)*

ইয়াল্‌মাৰ : কিযে সুদূৰপ্ৰসাৰী লক্ষ্য। মোৰ বাবে স্পষ্ট হৈ উঠিছে ভৱিষ্যতৰ ছবিবোৰ। হেড্‌ভিগ, হেড্‌ভিগৰ বাবেই তেওঁ ইমান ব্যৱস্থা কৰিছে।

গীণা : হেড্ভিগৰ জন্মদিন বুলিহে...

হেড্ভিগ : দেউতা, টকাটোতো তোমাৰেই হ'ল। মইতো মাক আৰু তোমাক আটাইখিনি টকা দি দিম।

ইয়াল্মাৰ : মোক নহয়, তোমাৰ মাৰক, ঠিক-ঠিক সেইটোৱেই আচল উদ্দেশ্য।

গ্ৰেইৰ্ঘেছ : মনত ৰাখিবি ইয়াল্মাৰ, ই তোক ফান্দত পেলোৱাৰ ফন্দী।

ইয়াল্মাৰ : ইয়ো আৰু এখন জাল বুলি ভাব নহয়নে?

গ্ৰেইৰ্ঘেছ : পুৱা ইয়ালৈ আহোঁতে দেউতাই মোক এটা কথা কৈছিল। কৈছিল— ইয়াল্মাৰ এইক্ডালক তই যেনে মানুহ বুলি ভাবি আছ, সি তেনে মানুহ নহয়।

ইয়াল্মাৰ : তেনে মানুহ নহয়।

গ্ৰেইৰ্ঘেছ : তেওঁ কৈছিল— 'তই চাবি'।

ইয়াল্মাৰ : বাৰু, উৎকোচৰ লোভত মই পমি যাওঁনে নাযাওঁ, তই তাকো চাবি।

হেড্ভিগ : অ' মা, এইবোৰ কথাৰ অৰ্থ কি?

গীণা : তুমি যোৱা, তোমাৰ কাপোৰ- কানিবোৰ সলোৱাগৈ। *(চকুপানী ওলাও, ওলাও হৈ হেড্ভিগ ৰান্ধনিশালৰ দুৱাৰেদি ওলাই যায়।)*

গ্ৰেইৰ্ঘেছ : এৰা, তেতিয়া আমি চাম, তেওঁ শুদ্ধ নে তই শুদ্ধ। *(ইয়াল্মাৰে দান পত্ৰখন মাজেদি ফালি দুই টুকুৰা কৰে। তাৰ পাছত টুকুৰা দুটা টেবুলৰ ওপৰত থয়।)*

ইয়াল্মাৰ : গ্ৰেইৰ্ঘেছ, এয়ে মোৰ উত্তৰ।

গ্ৰেইৰ্ঘেছ : মই ইয়াকে আশা কৰিছিলো ইয়াল্মাৰ।

ইয়াল্মাৰ : *(জুহালৰ ওচৰত থিয় হৈ থকা গীণাৰ ওচৰত গৈ মাত সৰু কৰি কয়)* এতিয়াৰে পৰা প্ৰতাৰণা শেষ, বিদায় গীণা। তুমি মোক কোৱা — তোমাৰে

তেওঁৰে সম্বন্ধ যদি শেষ হৈ গৈছিল — আৰু তুমি কোৱাৰ দৰে, তুমি মোক ভাল পাবলৈ লৈছিলা তেনেহ'লে তোমাৰে সৈতে বিয়া হ'ব পৰাকৈ আৰ্থিক সামৰ্থ্যৰ ব্যৱস্থা কৰি দিয়াত তেওঁৰ কি স্বাৰ্থ আছিল?

গীণা : বোধকৰো ভাবিছিল যে তেওঁ এইখন ঘৰলৈ অহা যোৱা কৰাৰ সুযোগ থাকি যাব।

ইয়াল্‌মাৰ : অকল সেয়েই নে? নে তেওঁৰ মনত বিশেষ কোনো আশংকা আছিল।

গীণা : মই বুজি পোৱা নাই তুমি কি ক'ব খুজিছা।

ইয়াল্‌মাৰ : মই জানিব খুজিছো — হয় জানিব খুজিছো, মোৰ এই ঘৰত থাকিবলৈ তোমাৰ জীয়ৰী গৰাকীৰ কি অধিকাৰ আছে।

গীণা : *(আক্ৰমণাত্মক ভংগী আৰু জুই বৰষা দৃষ্টিৰে)* কি সাহসত তুমি এনে কথা সুধিব পাৰিলা?

ইয়াল্‌মাৰ : মোৰ প্ৰশ্নৰ উত্তৰ তুমি দিব লাগিব। তুমি ক'ব লাগিব, হেড্‌ভিগ মোৰ অথবা —

গীণা : *(ভয় শূন্য শীতল দৃষ্টিৰে ইয়াল্‌মাৰলৈ চাই)* মই নাজানো।

ইয়াল্‌মাৰ : *(খন্তেক কঁপি উঠে)* কি তুমি নাজানা?

গীণা : কেনেকৈ জানিম? মোৰ দৰে তিৰোতাই —

*(ইয়াল্‌মাৰ শান্তভাৱে গীণাৰ ওচৰৰ পৰা গুচি আহে।)*

ইয়াল্‌মাৰ : এতিয়াৰ পৰা মই এইখন ঘৰৰ কোনো নহয়।

গ্ৰেইৰ্ঘেছ : ইয়াল্‌মাৰ, কি কৰিবলৈ ওলাইছ ভাবি চা।

ইয়াল্‌মাৰ : *(কোটটো পিন্ধিবলৈ লৈ)* এইখন ঘৰৰ বাবে ভাবিবলৈ মোৰ দৰে মানুহৰ একো নাই।

গ্রেইর্ঘেছ : নিশ্চয় আছে। তই চিন্তা কৰাৰ বাবে এইখন ঘৰত বহুতো কথা আছে। তই যদি আত্মত্যাগ আৰু ক্ষমাৰ মধুৰ আধ্যাত্মিকতাৰে জয়ী হোৱাটো বিচাৰিছ তেন্তে তইঁত তিনিও একেলগে থাকিবই লাগিব।

ইয়াল্‌মাৰ : কোনো প্ৰয়োজন নাই, মই সেইটো নিবিচাৰো। নিবিচাৰো, কেতিয়াও নিবিচাৰো। মোৰ টুপী। *(টুপীটো হাতত লয়।)* মোৰ ঘৰখন ভাগি চুৰমাৰ হৈ গ'ল। *(ফেঁকুৰি উঠে।)* গ্রেইর্ঘেছ, মোৰ কোনো সন্তান নাই।

*(ইয়াল্‌মাৰৰ কথা শেষ হোৱাৰ আগতে ৰান্ধনিশালৰ দুৱাৰখন খুলি হেড়্‌ভিগ ওলাই আহিছিল।)*

হেড়্‌ভিগ : কি ক'লা তুমি? *(ওচৰলৈ যায়)* দেউতা। দেউতা।

গীণা : এতিয়া বাৰু কি হ'ব?

ইয়াল্‌মাৰ : মোৰ ওচৰলৈ নাহিবা হেড়্‌ভিগ। গুচি যোৱা তুমি, গুচি যোৱা। তোমাক মই সহ্য কৰিব নোৱাৰা হৈছো। আস্ চকু। মই যাওঁ। *(দুৱাৰৰ পিনে যায়।)*

হেড়্‌ভিগ : *(ইয়াল্‌মাৰক সাৱট মাৰি ধৰি চিঞৰি কান্দে।)* দেউতা নাযাবা। মোক এৰি তুমি নাযাবা দেউতা।

গীণা : *(ইয়াল্‌মাৰৰ উদ্দেশ্যে চিঞৰি)* ছোৱালীজনীলৈ চোৱা। এবাৰ চোৱা ইয়াল্‌মাৰ ।

ইয়াল্‌মাৰ : নাচাওঁ। মই নোৱাৰিম। ইয়াৰ পৰা মই যাবই লাগিব। ইয়াৰ আটাইবোৰৰ পৰা। এৰি দিয়া মোক হেড়্‌ভিগ। *(হেড়্‌ভিগৰ পৰা নিজক এৰুৱাই বাহিৰৰ দুৱাৰখনেদি ওলাই যায়।)*

হেড়্‌ভিগ : *(চকুত বিফলতা, হতাশা)* দেউতা গুচি গ'ল মা। আমাৰ পৰা দেউতা গুচি গ'ল আৰু কেতিয়াও ঘূৰি নাহে।

গীণা : নাকান্দিবা হেড়্‌ভিগ সোণ, দেউতাৰ আকৌ আহিব।

হেড্‌ভিগ : *(ছোফাখনত পৰি দিয়ে আৰু ফোঁপাই ফোঁপাই কান্দে।)* নাই, মা নাই, দেউতা আৰু কেতিয়াও নাহে।

গ্ৰেইৰ্ঘেছ : বিশ্বাস কৰক মু এইক্‌ডাল, মই যি কৰিছিলো, আটাইবে মংগলৰ বাবে কৰিছিলো।

গীণা : আপোনাৰ কথা মানি ল'লেও মই ক'ব লাগিব, ঈশ্বৰে যেন আপোনাক ক্ষমা কৰে।

হেড্‌ভিগ : *(ছোফাখনত পৰি থকা অৱস্থাৰ পৰা)* মা, মই মৰি যাব খোজো। মই তেওঁৰ কি কৰিলো মা? মা, দেউতাক তুমি ঘৰলৈ ওভোতাই আনিবই লাগিব।

গীণা : আনিম, আনিম, তুমি কেৱল মনে মনে থাকা। মই এতিয়াই তেওঁক বিচাৰি যাম। এই চোৱা, মই কোটটো পিন্ধিলোৱেই। বোধকৰো ৰেলিঙৰ তালৈ গৈছে। কিন্তু মই যদি যাবলৈ হয় তেন্তে তুমি সেই ছোফাখনত পৰি কান্দি থাকিব নোৱাৰা, কথা দিয়া?

হেড্‌ভিগ : *(শেষবাৰৰ বাবে উচুপি)* কথা দিলো মা, যদি দেউতা উভতি আহে।

গ্ৰেইৰ্ঘেছ : *(ওলাই যাব খোজা গীণাক)* মু এইক্‌ডাল, ইয়াল্‌মাৰে প্ৰথমে তাৰ বেদনাময় যুঁজখন যুঁজি শেষ কৰি লওক নেকি?

গীণা : সেই কাম তেওঁ পিছে পৰেও কৰিব পাৰিব। এই মুহূৰ্তত আমাৰ প্ৰথম আৰু প্ৰধান কাম ছোৱালীজনীক শান্ত কৰা। মই আহো। *(ওলাই যায়।)*

হেড্‌ভিগ : *(উঠি বহে আৰু চকুপানী মচে।)* এতিয়া, আপুনি মোক ক'ব লাগিব দেউতাৰ কি হৈছে। মোৰ সৈতে দেউতাই কিয় কোনো সম্বন্ধ ৰাখিব নোখোজে?

গ্ৰেইৰ্ঘেছ : তুমি আগতে ডাঙৰ হৈ লোৱা। তাৰ পাছত এই প্ৰশ্ন সুধিবা।

হেড়্‌ভিগ : *(চকুপানী চন্তালি)* নাই, মই ডাঙৰ হোৱালৈকে ইমান দুখ সহিব নোৱাৰিম। কথাটো মই বুজি পাইছো যেন পাওঁ। বোধকৰো মই দেউতাৰ নিজৰ ছোৱালী নহয়।

গ্ৰেইৰ্ঘেছ : সেইটোনো কেনেকৈ হ'ব? *(অস্বস্তিৰে কয়।)*

হেড়্‌ভিগ : মায়ে মোক বোধকৰো ক'ৰবাৰ পৰা বুটলি আনিছিল আৰু দেউতাই আজিহে সেই কথা গম পালে, এনে ধৰণৰ কথা মই কিতাপতো পঢ়িবলৈ পাইছো।

গ্ৰেইৰ্ঘেছ : ধৰা, সেইটো যদি হয়ো...

হেড়্‌ভিগ : তেতিয়াও তেওঁ মোক সমানেই ভাল পাব পাৰে। আনকি আগতকৈ বেছি ভাল পাব পাৰে বুলি মই ভাবো। যেনে— ধৰক বনৰীয়া হাঁহজনীৰ কথা। তাইকতো উপহাৰ হিচাপেহে পাইছিলো, তথাপিতো মই তাইক খুব ভালপাওঁ।

গ্ৰেইৰ্ঘেছ : *(হেড়্‌ভিগৰ মনৰ পৰা চিন্তাটো আঁতৰাই দিবলৈ কয়।)* এৰা বনৰীয়া হাঁহজনী তুমি ঠিকেই কৈছা। আমি তাইৰ কথাকে অলপ পাতো।

হেড়্‌ভিগ : দেউতাই বেচেৰী হাঁহজনীকো আৰু দেখিব নোৱাৰা হৈছে। আপুনি ভাবকচোন, তেওঁ তাইৰ ডিঙি মুচৰি মাৰি পেলাব খোজে।

গ্ৰেইৰ্ঘেছ : নাই, নাই, সেইটো তেওঁ নকৰে।

হেড়্‌ভিগ : কিন্তু তেওঁ কৈছে সেই কথা। মই য'ত তাইৰ সকলো অপায়-অমংগল আৰু মৃত্যুৰ পৰা ৰক্ষা কৰিবলৈ সদায় ভগবানৰ ওচৰত প্ৰাৰ্থনা কৰো তাত দেউতাই নিষ্ঠুৰৰ দৰে কথা কোৱা জানো ঠিক?

গ্ৰেইৰ্ঘেছ : *(হেড়্‌ভিগলৈ চাই)* তুমি সদায়ে প্ৰাৰ্থনা কৰানে?

হেড়্‌ভিগ : সদায় কৰো।

গ্ৰেইৰ্ঘেছ : কোনে শিকালে তোমাক?

হেড্‌ভিগ : কোনেও কৈ দিয়া নাই, মই নিজেই কৰো। এবাৰ দেউতাৰ খুব অসুখ হৈছিল. ডিঙিত লেক লাগিছিল আৰু দেউতাই কৈছিল যে তেওঁ মৰিবলৈ ওলাইছে। গতিকে সেইদিনা বিছনাত শুই তেওঁৰ বাবে মই প্ৰাৰ্থনা কৰিছিলো। তেতিয়াৰে পৰা মই সদায় প্ৰাৰ্থনা কৰো।

গ্ৰেইৰ্ঘেছ : আৰু, এতিয়া হাঁহজনীৰ বাবেও প্ৰাৰ্থনা কৰা?

হেড্‌ভিগ : অঁ, প্ৰথমে যেতিয়া আহিছিল তাই বৰ দুৰ্বল আছিল। গতিকে মই ভাবিলো তাইৰ বাবেও প্ৰাৰ্থনা কৰা দৰকাৰ।

গ্ৰেইৰ্ঘেছ : তুমি ৰাতিপুৱাও প্ৰাৰ্থনা কৰানে?

হেড্‌ভিগ : উহুঁ, ৰাতিপুৱা মই কেতিয়াও প্ৰাৰ্থনা নকৰো।

গ্ৰেইৰ্ঘেছ : ৰাতিপুৱাও নকৰা কিয়?

হেড্‌ভিগ : কাৰণ, তেতিয়া পোহৰ হয়, ভয় কৰিবলগীয়া আৰু একো নাথাকে।

গ্ৰেইৰ্ঘেছ : এৰা, তুমি ইমান ভালপোৱা হাঁহজনীক দেউতাৰে আকৌ ডিঙি মুচৰি মাৰি পেলাব খোজে?

হেড্‌ভিগ : নহয়, তেনে কৰিব পাৰিলে তেওঁ খুব আনন্দ পাব বুলিহে কৈছিল। কিন্তু তেওঁ মোৰ মৰমতে তাইক ৰেহাই দিম বুলি কৈছে। গতিকে, দেউতাই একো বেয়া কোৱা নাই।

গ্ৰেইৰ্ঘেছ : *(তাইৰ ওচৰলৈ আহি থকা অৱস্থাত।)* এইবাৰ ধৰা, দেউতাৰাৰ মৰমত যদি তুমি তোমাৰ নিজ ইচ্ছাৰে হাঁহজনীক বলিদান দিয়া।

হেড্‌ভিগ : *(ছোফাৰ পৰা থিয় হৈ দিয়ে।)* হাঁহজনীক?

গ্ৰেইৰ্ঘেছ : ধৰা ইহ জগতত তোমাৰ আটাইতকৈ প্ৰিয়

সম্পত্তিটো দেউতাৰাৰ বাবে নিজ ইচ্ছাৰে কৰা এটি ত্যাগ?

হেড্‌ভিগ : তাৰ পৰা কিবা কাম হ'ব বুলি আপুনি ভাবে নেকি?

হেড্‌ভিগ : *(চিকমিকাই থকা চকুৰে শান্তভাৱে কয়।)* ঠিক আছে, মই চেষ্টা কৰিম।

গ্ৰেইৰ্ঘেছ : তাকে কৰিবলৈ তোমাৰ মনৰ বল আছেনে হেড্‌ভিগ?

হেড্‌ভিগ : মই ককাক ক'ম, মোৰ হৈ হাঁহজনীক গুলীয়াবলৈ।

গ্ৰেইৰ্ঘেছ : হ'ব বাৰু, কিন্তু মাৰাক হ'লে এইকথা একেবাৰেই নক'বা।

হেড্‌ভিগ : কেলেই?

গ্ৰেইৰ্ঘেছ : তেওঁ আমাক বুজি নাপায়।

হেড্‌ভিগ : হাঁহজনী! কাইলৈ পুৱা মোৰ প্ৰথম কাম হ'ব চেষ্টাটো কৰা। *(বাহিৰৰ দুৱাৰখনেদি গীণা সোমাই আহে। হেড্‌ভিগে দৌৰি গৈ সোধে)* পালানে মা দেউতাক?

গীণা : নাপালো। কিন্তু মই খবৰ পাইছো, তেওঁ ৰেলিঙক লগত লৈ ওলাই গৈছে।

গ্ৰেইৰ্ঘেছ : খবৰটো সঠিক হয়নে?

গীণা : সঠিক, চকীদাৰৰ ঘৈণীয়েকজনীয়ে কৈছে। মলভিকো তেওঁলোকৰ লগত যোৱা বুলি কৈছে।

গ্ৰেইৰ্ঘেছ : অথচ, এই সময়ত একান্ত নিৰলে বহি তেওঁৰ মনটোৱে যুঁজ দিয়াত ব্যস্ত থাকিব লাগিছিল।

গীণা : *(কোট ইত্যাদি সলাবলৈ ধৰে)* আপোনালোক মতা মানুহবোৰে কেতিয়া যে কি কৰে নিজেই নাজানে। কোনে জানে ৰেলিঙে তেওঁক ক'লৈ লৈ গ'ল। মই 'স্ক্ৰু এৰিকছন'তো গৈছিলো। কিন্তু তেওঁলোক তাত নাই।

হেড্‌ভিগ : *(চকুপানী যাতে নোলায় তাৰ বাবে যুঁজি)* কিন্তু

মা, দেউতা যদি আৰু কেতিয়াও উভতি নাহে।

গ্রেইর্ঘেছ : আহিব, হেড্‌ভিগ। কাইলৈ পুৱা মই তেওঁক খবৰ এটা দিবলৈ গৈ আছো। তুমি চাবা, ইয়াল্‌মাৰ অবশ্যেই আহিব। তুমি এতিয়া সেই আশাকে লৈ শুবলৈ যোৱা হেড্‌ভিগ। মই এতিয়া উঠো। শুভৰাত্রি। *(ওলাই যায়।)*

হেড্‌ভিগ : *(মাকৰ বুকুত সোমাই উচুপি থাকি)* মা। মা।

গীণা : নাকান্দিবা মাজনী। *(হেড্‌ভিগৰ পিঠিত হাত ফুৰাই মৰম কৰে আৰু হুমুনিয়াহ কাঢ়ে।)* ঠিক, ৰেলিঙে ঠিক কথাকে কৈছিল। তেওঁ কৈছিল, যেতিয়া বলীয়া মানুহবোৰে কোনেও আগগুৰি বুজি নোপোৱা একোটা, কিবা বোলেনে আধাসেৰ নেকি, দাবী লৈ উপস্থিত হয়, তেতিয়া এনে কাণ্ডই ঘটে।

□□□

## পঞ্চম অঙ্ক

*ইয়াল্‌মাৰৰ ষ্টুডিঅ'। কোঠালীটোৰ ভিতৰত পুৱাৰ উজ্জ্বলতাহীন, বিবৰ্ণ পোহৰ আহি পৰিছে। স্কাইলাইটৰ গাত ওলমি আছে পনীয়া বৰফ। ৰান্ধনিশালৰ দুৱাৰেদি গীণা সোমাই আহে, তেওঁৰ হাতত বাঢ়নী এডাল আৰু জাৰণ এখন। গাত এপ্ৰন। তেওঁ ড্ৰয়িং ৰুমৰ দুৱাৰৰ পিনে যায়। একে সময়তে বুলনিয়েদি হেড্‌ভিগ লৰি আহে।*

হেড্‌ভিগ : মা।

গীণা : কি হ'ল?

হেড্‌ভিগ : দেউতা বোধকৰো তলৰ মহলাত ৰেলিঙৰ কোঠাত আছে।

গীণা : তুমি কেনেকৈ জানিলা?

হেড্‌ভিগ : চকীদাৰৰ ঘৈণীয়েকে কৈছে যে যোৱা ৰাতি ৰেলিঙৰ লগত দুজন মানুহ কোঠাটোলৈ অহাৰ শব্দ তেওঁ শুনিছিল।

গীণা : ময়ো তাকে ভাবিছিলো।

হেড্‌ভিগ : কিন্তু দেউতা যদি ওপৰলৈ নাহে?

গীণা : এটা কথা ভাল হ'ল যে মই তললৈ গৈ তেওঁৰ লগত অন্তত কথা হ'বগৈ পাৰিম।

*(গাত ড্ৰেছিং গাউন, ভৰিত চটি জোতা আৰু ওঁঠত চুপি থকা পাইপেৰে বৃদ্ধ এইক্‌ডাল তেওঁৰ কোঠাটোৰ দুৱাৰমুখত দেখা দিয়ে।)*

বৃদ্ধ এইক্‌ডাল : বুজিছ ইয়াল্‌মাৰ। অ', ইয়াল্‌মাৰ ঘৰত নাই নেকি?

গীণা : তেওঁ ওলাই গৈছে দেউতা।

বৃদ্ধ এইক্‌ডাল : ইমান সোনকালে? এনেকুৱা বৰফ ধুমুহাৰ মাজত?

অবশ্যে সেইটো তাৰ কথা। পুৰাৰ খোজকঢ়াটো মই অকলেই কৰিম বাৰু।

*(বৃদ্ধ এইক্‌ডাল আটালৰ দুৱাৰখন খুলি ভিতৰলৈ সোমাই যায়। দুৱাৰখন খোলাত হেড়্‌ভিগে সহায় কৰে। তেওঁ সোমাই যোৱাৰ লগে লগে তাই আকৌ দুৱাৰ মাৰি দিয়ে।)*

হেড়্‌ভিগ : *(মাত সৰু কৰি)* দেউতাই আমাক এৰি যাব খোজা বুলি ককাই যদি গম পায়, তেতিয়া কি হ'ব বাৰু মা?

গীণা : সাৱধান। চাবা, ককাৰে যেন কোনোপধ্যে গম নাপায়। ভাগ্যে কালি হাই-কাজিয়া চলি থাকোতে তেওঁ ইয়াত নাছিল।

হেড়্‌ভিগ : কিন্তু মা।

*(বাহিৰৰ দুৱাৰখনেদি গ্ৰেইৰ্ঘেছ সোমায়।)*

গ্ৰেইৰ্ঘেছ : মু এইক্‌ডাল, কিবা খবৰ পালেনে?

গীণা : মই শুনা মতে খুব সম্ভৱ তেওঁ তলৰ মহলাত ৰেলিঙৰ কোঠাত আছে।

গ্ৰেইৰ্ঘেছ : ৰেলিঙৰ কোঠাত? সি সঁচাকৈয়ে কালি সেই ৰেলিং বোলা মানুহটোৰ লগত ওলাই গৈছিল তেনেহ'লে?

গীণা : তেনেকুৱাইতো দেখা গৈছে।

গ্ৰেইৰ্ঘেছ : হুঁ, কিন্তু সি ধৈৰ্য ধৰি নিজকে পুনৰ স্থিৰ কৰি ল'বলৈ এতিয়া নিৰলে, নীৰৱে থকাটো অতি প্ৰয়োজন আছিল।

গীণা : এৰা, আপুনিতো আকৌ একেটা কথাই ক'ব। *(কুলনিয়েদি ৰেলিং সোমায়।)*

হেড়্‌ভিগ : দেউতা আপোনাৰ কোঠাত আছে নেকি?

গীণা : *(একে সময়তে)* তাতে আছে নেকি?

বেলিং : আছে আৰু ঠিকেই আছে।

হেড্‌ভিগ : তেন্তে আপুনি আমাক খবৰ নিদিলে কিয়?

বেলিং : মই এটা পাষণ্ড বুলি মই জানো। কিন্তু প্ৰথমে আন এটা পাষণ্ডক, মানে দেওলগাটোৰ চোৰাচিতা কৰাৰ বেছি প্ৰয়োজন আছিল। তাৰ পাছত ইমান দুৰ্ঘোৰ টোপনি গ'লো যে

গীণা : আজি ইয়াল্‌মাৰে কি কয়?

বেলিং : সি একো কথাই পতা নাই।

হেড্‌ভিগ : আপোনাৰ লগতো?

বেলিং : এটা শব্দও উচ্চাৰণ কৰা নাই।

গ্ৰেইৰ্ঘেছ : নকৰে বুলি মই জানো, তাক মই ভালদৰে বুজি পাওঁ।

গীণা : তেওঁ তেনে অকলে অকলে কি কৰিছে?

বেলিং : তেওঁ চোফাখনতে টোপনি মাৰিছে। নাকেৰে ঘোৰ্‌ঘোৰাই টোপনি গৈছে।

গীণা : সঁচা? ইয়াল্‌মাৰৰ হ'লে খুব নাকে মাতে।

হেড্‌ভিগ : টোপনি? দেউতাই টোপনি যাব পাৰিছেনে?

বেলিং : দেখাততো তেনেকুৱাই লাগিছে।

গ্ৰেইৰ্ঘেছ : ইয়াৰ কাৰণ সহজ। তাক খুলি খুলি খোৱা অৰ্ন্তদ্বন্দ্ব এটাৰ পাছত...

গীণা : তাৰ উপৰি ৰাতিখন এইদৰে ঘূৰি ফুৰাৰ অভ্যাসো ইয়াল্‌মাৰৰ নাই।

হেড্‌ভিগ : তেন্তে ভালেই হৈছে মা, দেখিলে শুইছে।

গীণা : ময়ো তাকে ভাবো। এতিয়া তেওঁক জগোৱাটো উচিত নহ'ব। বহুত ধন্যবাদ আপোনাক হেৰ্ বেলিং। এতিয়া তেনেহ'লে এই ঘৰটো চাফা কৰি বস্তুবোৰ

চিজিল লগোৱাত লাগে। আহা হেড়ভিগ, মোক সহায় কৰাহি। আহা, প্ৰথমে আমি বহা কোঠাটোলৈ যাওঁ।

হেড়ভিগ : ব'লা মা। *(দুয়োৰে প্ৰস্থান।)*

গ্ৰেইৰ্ঘেছ : ইয়াল্‌মাৰৰ ভিতৰত যে এক আধ্যাত্মিক ধৰণৰ তোলপাৰ চলিছে সেই বিষয়ে কি ভাবে আপুনি?

ৰেলিং : ইয়াল্‌মাৰ এইকুড়ালৰ ভিতৰত কোনো আধ্যাত্মিক আলোড়ন হোৱাৰ চিন বাহ্যিকভাৱে মোৰ চকুত পৰা নাই।

গ্ৰেইৰ্ঘেছ : আচৰিত। গোটেই জীৱনটোক এক নতুন উপলব্ধিৰ ভেটিত সজাই লোৱাৰ এই সন্ধিক্ষণত তাৰ দৰে ব্যক্তিত্বৰ ...।

ৰেলিং : ব্যক্তিত্বৰ! ইয়াল্‌মাৰৰ? আপুনি যাক ব্যক্তিত্ব বুলি কয়, তেনে বলীয়ালিৰ কোনো লক্ষণ যদি তেওঁৰ গাত আছিলো তেন্তে তাক সৰুতেই পুলিয়ে পোখাৰে উভালি পেলোৱা হৈছে। সেই কথা আপুনি ধুৰূপ বুলি জানিব।

গ্ৰেইৰ্ঘেছ : ইমান আতোলতোলকৈ ডাঙৰ কৰা ইয়াল্‌মাৰক তেনে কৰাটো আচৰিত কথা।

ৰেলিং : আতোলতোলকৈ ডাঙৰ কৰা? ইয়াল্‌মাৰৰ সেই ছেৰাবলীয়া, খঙাল, বিয়া নোহোৱা, মাহীয়েক দুগৰাকীৰ তলত ডাঙৰ হোৱাৰ কথা কৈছে নেকি আপুনি ভেৰ্‌লে ডাঙৰীয়া?

গ্ৰেইৰ্ঘেছ : ক'লে আপুনি মোক জোকাবলৈ আৰম্ভ কৰিব জানো। কিন্তু আপুনি জানিব ডক্টৰ ৰেলিং, সেই মাহীয়েক দুগৰাকীয়ে পাছে কোনো দিনেই আদৰ্শৰ দাবীক উপেক্ষা কৰা নাছিল।

ৰেলিং : এইবোৰ কথাত মোৰ কোনো আগ্ৰহ নাই আৰু তাতে, সেই মহিলা দুগৰাকীৰ বিষয়ে মই সকলো

কথাই জানো। ইয়াল্‌মাৰে নিজেই বহুতো বিশেষণ লগাই মোৰ আগত তেওঁৰ 'আত্মিক-মাতৃ' দুগৰাকীৰ বিষয়ে বহুত কথাই কৈ থৈছে। কিন্তু ইয়াল্‌মাৰৰ দুৰ্ভাগ্য তেওঁৰ নিজৰ বন্ধু মহলত সকলোৱে তেওঁক উজ্জ্বল তাৰকাৰ স্থান দিছিল।

গ্ৰেইৰ্ঘেছ : সেইটোৱেইতো প্ৰকৃত ইয়াল্‌মাৰ ? তাৰ সেই গভীৰ মননশীলতা।

ৰেলিং : মই কিন্তু তেনে মননশীলতাৰ কোনো লক্ষণ তেওঁৰ গাত দেখা নাই। তেওঁৰ দেউতাকে যে তেনেদৰে ভাবে সেইটো অৱশ্যে ঠিক। বেচেৰা বৃদ্ধ লেফটেনাণ্ট সদায় অলপ অঁকৰা।

গ্ৰেইৰ্ঘেছ : মানুহজন যে শিশুৰ দৰে সৰল সেই কথা আপুনি বুজি নাপায় নেকি মিঃ ৰেলিং?

ৰেলিং : ঠিক আছে বাৰু, মানি ল'লো। কিন্তু ইয়াল্‌মাৰে ছাত্ৰ জীৱন নামৰ কিবা এটা যেতিয়া আৰম্ভ কৰিলে লগে লগে তাক সকলোৱে ভৱিষ্যতৰ এক ডাঙৰ প্ৰতিভা বুলি ভাবি ল'লে। দেখাত ধুনীয়া ৰঙা বগা, বেঙা বেঙা চেহেৰা যাৰ প্ৰেমত পৰিবলৈ সাধাৰণ ছোৱালীবোৰ উদগ্ৰীৱ হৈ থাকে, তাতে আকৌ তাৰ আবেগপ্ৰৱণ স্বভাব, সহানুভূতিপূৰ্ণ কণ্ঠস্বৰ। এই দুয়োৰে সহায়ত ইয়াল্‌মাৰে আনে লিখা পদ্য মাতি আৰু আনে কৰা চিন্তা প্ৰতিধ্বনিত কৰি—

গ্ৰেইৰ্ঘেছ : *(খঙেৰে)* হেৰ্‌ ৰেলিং, আপুনি এনে বাক্যবোৰ ইয়াল্‌মাৰ এইক্‌ডালৰ সম্পৰ্কে উচ্চাৰণ কৰিছে?

ৰেলিং : হয়, আপোনাৰ যদি আপত্তি নাথাকে। আপুনি যাক দেৱতা জ্ঞানেৰে পূজা কৰে তেওঁ আচল মানুহটো তেনেকুৱাই।

গ্ৰেইৰ্ঘেছ : মই সিমান অন্ধ বুলি নাভাবিব।

ৰেলিং : তাতকৈ বৰ বেলেগ বুলি পিছে মই নাভাবো। দৰাচলতে আপুনিও মনসিকভাৱে অসুস্থ, বুজিছেনে ভেৰ্‌লে ডাঙৰীয়া?

গ্রেইর্ঘেছ : হ'ব পাৰে।

ৰেলিং : হ'ব পাৰেঁনহয়, হয়। আপুনি এক জটিল ৰোগত ভুগিছে। এটা হ'ল আপোনাৰ নৈতিকতা জ্বৰ, বৰ দুৰ্বল কৰে, তাৰ লগত আছে এই জ্বৰটোতকৈয়ো বেয়া আপোনাৰ লগ নেৰাটো। বীৰ পূজাৰ প্ৰতিপাত প্ৰলাপ, আপোনাৰ নিজ জীৱনৰ বাহিৰৰ জগতখনত আপোনাৰ সদায় এজন প্ৰশংসাৰ পাত্ৰৰ প্ৰয়োজন।

গ্রেইর্ঘেছ : নিজ জীৱনৰ বাহিৰতহে মই তেনে লোকৰ সন্ধান পাব পাৰো, নহয় জানো?

ৰেলিং : কিন্তু ভেৰ্‌লে ডাঙৰীয়া, আপোনাৰ চাৰিওফালে তেনে অলৌকিক শক্তিসম্পন্ন ব্যক্তি ভৰি আছে বুলি আপোনাৰ যি ধাৰণা সি প্ৰকৃততে একেবাৰে ভ্ৰান্ত। ই আপোনাৰ সেই শ্ৰমিকসকলৰ পঁজালৈ গৈ আদৰ্শৰ দাবী উত্থাপন কৰাৰ আন এটা উদাহৰণ। কিন্তু কথা হ'ল এইখন ঘৰৰ আটাইবোৰ মানুহেই দেওলীয়া।

গ্রেইর্ঘেছ : ইয়াল্‌মাৰ এইক্‌ডালৰ সম্পৰ্কে আপোনাৰ ধাৰণা যদি ইমানেই বেয়া, তেনেহ'লে তাৰ লগত নলে-গলে লগা হৈ থাকি কি আনন্দ পায়?

ৰেলিং : হে, ঈশ্বৰ আপোনাক ইয়াকো ক'ব লাগিবনে যে মোক ডাক্তৰ বুলি কোৱা হয়— এক ধৰণৰ। অৱশ্যে মই নিজে সেইটো স্বীকাৰ কৰিবলৈ লাজ পাওঁ। তথাপি কম্‌ছে কম যিটো ঘৰত আমি আটায়ে থাকো তাৰ অসুস্থ বাসিন্দাবোৰকতো চোৱা উচিত।

গ্রেইর্ঘেছ : তাৰ মানে আপুনি ইয়াল্‌মাৰ এইক্‌ডালকো অসুস্থ বুলি ভাবে?

বেলিং : এই গোটেই পৃথিৱীখনেই অসুস্থ। অৱশ্যে ইয়াত 'প্রায়' শব্দটো লগাব পাৰে আৰু সেইটোৱেই ডাঙৰ সমস্যা, বুজিলেনে ভেৰ্‌লে ডাঙৰীয়া?

গ্রেইর্ঘেছ : বুজিলো বাৰু, পিছে ইয়াল্‌মাৰৰ বেলিকা আপুনি কি চিকিৎসাৰ ব্যৱস্থা দিছে?

বেলিং : সকলোৰে বেলিকা যি দিওঁ। মই তেওঁৰ জীৱন-ফাঁকিটো যাতে বর্তি থাকে তাৰ প্রতি চকু ৰাখো।

গ্রেইর্ঘেছ : জীৱন-ফাঁকি? মই ঠিকেই শুনিছোনে?

বেলিং : হয়, ঠিকেই শুনিছো। মই জীৱন-ফাঁকি বুলিয়েই কৈছিলো। ইয়েই জীৱনক উজ্জীৱিত ৰখাৰ মূল-মন্ত্র।

গ্রেইর্ঘেছ : ইয়াল্‌মাৰৰ জীৱনত এই জীৱন-ফাঁকিটো কি জানিব পাৰোনে ডাঃ বেলিং?

বেলিং : নাই নোৱাৰে। এনে ধৰণৰ গুপুত বিদ্যা মই ভুৱা বেজালি কৰা লোকৰ আগত প্রকাশ নকৰো। ইয়াল্‌মাৰৰ বেলিকা আপুনি ইতিমধ্যে বহুতো খেলিমেলি কৰিছে। এই বিদ্যাটো জানিলে আপুনি আৰু ভীষণ তচনছ কৰি দিব। কিন্তু এইটো আপোনাক জনাওঁ যে মোৰ পদ্ধতিটো সুপৰীক্ষিত। মল্‌ভিকৰ ক্ষেত্রতো মই এনে ব্যৱস্থা প্রয়োগ কৰিছিলো। তাক মই এটা পিশাচে পোৱা মানুহ বুলি পতিয়ন নিয়াব পাৰিছো। সেইটোৱেই সি বুকুত বল পাইছে।

গ্রেইর্ঘেছ : তাৰ মানে তেওঁ আচলতে পিশাচে পোৱা মানুহ নহয়?

বেলিং : কিনো কয় দিয়ক? পিশাচে পাব কিয়? এইটো মইহে তাৰ মূৰত সুমুৱাই দিছো। তাৰ জীৱনী শক্তিটো জীয়াই ৰাখিবলৈ। নহ'লে এই দুৰ্ভগীয়া সৰল মানুহটো কেতিয়াবাই আত্মনিগ্রহ আৰু হতাশাত ডুবি থাকিলহেঁতেন। বৃদ্ধ লেফটেনাণ্টৰ

বেলিকাও কথা একে। পিছে তেওঁ যেনিবা নিজেই নিজৰ দৰবতো উলিয়াই লৈছে।

গ্রেইর্ঘেছ : লেফ্‌টেনেণ্ট এইক্‌ডাল। তেওঁৰ আ।.কী কি হ'ল?

ৰেলিং : হেৰি, একালৰ ভালুক চিকাৰী বুঢ়া মানুহজনে সৌ এন্ধাৰ আটালঘৰত সোমাই শহাপহু গুলিওৱা কথাটো আপুনি কি বুলি ভাবে? তাত, জঞ্জালবোৰৰ মাজত, উমলি থকা বেচেৰা বুঢ়া মানুহজনতকৈ বেছি সুখী কোনো চিকাৰী নোলাব। তাত তেওঁ মৰি শুকাই যোৱা কেইজোপামান খ্রীষ্টমাছ ট্রী গোটাই থৈছে, সেইবোৰক তেওঁ ভাবে হ্যোইডালৰ অৰণ্যৰ ওখ ও.: জীয়া গছৰ লানি, তাত ঘূৰি-ফুৰা কুকুৰাবোৰেই তেওঁৰ বাবে গছৰ ডালত থকা বনকুকুৰা আৰু আটালখনৰ মজিয়াত জাঁপিয়াই ফুৰা শহাপহুবোৰ হ'ল, একালত অটব্য অৰণ্যত সোমাই চিকাৰ কৰা, ডাঙৰ ডাঙৰ ভালুক। বাইবেলৰ নোৱা উপাখ্যানৰ বীৰ চিকাৰী নিমৰডৰ প্ৰাণ প্ৰাচুর্যৰে ভৰা বুঢ়া সংস্কৰণ।

গ্রেইর্ঘেছ : বেচেৰা বৃদ্ধ এইক্‌ডাল। হয়, হতভাগ্য মানুহজনে যৌৱনৰ আদর্শবোৰ ত্যাগ কৰিবলগীয়া হৈছিল।

ৰেলিং : বুজিছে ভেৰ্‌লে ডাঙৰীয়া, মই ভাবো আপুনি আদর্শ বোলা বিজতৰীয়া শব্দটো ব্যৱহাৰ নকৰাই ভাল, কিয়নো আমাৰ এই একে অর্থ বুজোৱাৰ ভাল জতুৱা শব্দ আছে, 'মিছা কথা।'

গ্রেইর্ঘেছ : দুয়োটাৰে অর্থ আপুনি একে বুলি ভাবিছে?

ৰেলিং : যেনে প্ৰলাপ বকা জ্বৰ আৰু সন্নিপাত জ্বৰ।

গ্রেইর্ঘেছ : ডাঃ ৰেলিং, আপোনাৰ হাতৰ পৰা ইয়াল্‌মাৰক উলিয়াই নানালৈকে মই ক্ষান্ত নহওঁ।

ৰেলিং : তেনে কৰিলে তাৰ ডাঙৰ ক্ষতি কৰা হ'ব। ভেৰ্‌লে

ডাঙৰীয়া, সাধাৰণ মানুহৰ কল্পনাৰ অলীক জগতখন ধ্বংস কৰি দিলে তাৰ সুখো ধ্বংস কৰি দিয়া হয়।

*(বহা কোঠাৰ পৰা আহি হেড্‌ভিগ সোমায়।)*

বেলিং : অ' এয়া দেখোন আমাৰ বনহাঁহৰ মাক। হেড্‌ভিগ মাজনী, মই যাওঁ। তললৈ গৈ চাওঁ, তোমাৰ দেউতাৰাই এতিয়াও শুই শুই তেওঁৰ আবিষ্কাৰৰ কথা চিন্তা কৰি আছেনে নাই। *(বুলনিৰ দুৱাৰেদি ওলাই যায়।)*

গ্ৰেইৰ্ঘেছ : *(হেড্‌ভিগৰ কাষলৈ যায়।)* হেড্‌ভিগ, তোমাৰ মুখখন দেখিয়েই মই বুজি পাইছো, কামটো এতিয়াও কৰা হোৱা নাই।

হেড্‌ভিগ : কি কাম? অ' বনহাঁহজনী। নাই।

গ্ৰেইৰ্ঘেছ : কামটো কৰিবলৈ গৈ তোমাৰ হাতখন চাগৈ কঁপি উঠিল, নহয়নে?

হেড্‌ভিগ : নহয় তেনে নহয়। আজি পুৱা যেতিয়া মই সাৰ পালো আৰু আমি কালি ৰাতি পতা কথাবোৰ মনত পৰিল, তেতিয়া মোৰ বৰ আচহুৱা যেন লাগিল।

গ্ৰেইৰ্ঘেছ : আচহুৱা যেন লাগিল কিয়।

হেড্‌ভিগ : এৰা, ক'ব নোৱাৰো কিয়। কালি ৰাতি আমি পতা কথাবোৰ ইমান ধুনীয়া যেন লাগিছিল, কিন্তু শুই উঠাৰ পাছত সেইবোৰ যেতিয়া মনত পেলালো, তেতিয়া মই ভাবিলো এইবোৰ কি ইমান ধুনীয়া কথা?

গ্ৰেইৰ্ঘেছ : কিবা নহয় কিবা এটা ক্ষতি নোহোৱালৈকে তোমাৰ পক্ষে এইখন ঘৰত ডাঙৰ হোৱা টান।

হেড্‌ভিগ : সেইবোৰ কথালৈ মই কেৰেপ কৰা নাই। কেৱল দেউতা যদি ওপৰলৈ আহিলহেঁতেন।

গ্ৰেইৰ্ঘেছ : হেড্‌ভিগ সোণজনী, কিহে মানুহক জীয়াই থকাটো

সাৰ্থক কৰে সেই কথা যদি তুমি বুজি পালাহেঁতেন? তোমাৰ যদি প্ৰকৃত সুখী, সাহসী আত্মত্যাগৰ প্ৰতি ধাউতি থাকিলহেঁতেন তুমি বুজিলাহেঁতেন সেই দেউতাৰাক কেনেকৈ ওপৰলৈ আনিব পৰা যায়। তোমাৰ ওপৰত মোৰ এতিয়াও আস্থা [illegible] হেড্‌ভিগ। মই আছো।

*(বুলনিৰ দুৱাৰখনেদি গ্ৰেইৰ্ঘেছ ওলাই যায়। হেড্‌ভিগে পায়চাৰী কৰি থাকে, তাৰ পাছত বাৰাণ্ডানি কোঠাত যাবলৈ আগবাঢ়ে, এনেতে আটালখনৰ দুৱাৰত শব্দ হয়, হেড্‌ভিগে গৈ দুৱাৰখন অলপ ফাঁক কৰি দিয়ে, তাৰে বৃদ্ধ এইক্‌ডাল ওলাই আহে আৰু তাই দুৱাৰখন আকৌ বন্ধ কৰি দিয়ে।)*

বৃদ্ধ এইক্‌ডাল : উহুঁ, ৰাতিপুৱা অকলে ফুৰিবলৈ গৈ ভাল নালাগে।

হেড্‌ভিগ : একো চিকাৰ কৰিবলৈ ইচ্ছা নগ'লনে ককা?

বৃদ্ধ এইক্‌ডাল : উহুঁ, আজি বতৰ ঠিক নহয়। তাত, ভিতৰত বৰ এন্ধাৰ। এহাত আঁতৰৰ বস্তুও দেখা নাপায়।

হেড্‌ভিগ : শহাপহুৰ বাহিৰে তোমাৰ আন একো চিকাৰ কৰাৰ ইচ্ছা নাযায়নে ককা?

বৃদ্ধ এইক্‌ডাল : কিয়? শহা পহুক ভাল চিকাৰ বুলি নাভাবা নেকি তুমি?

হেড্‌ভিগ : ভাবো, কিন্তু বনহাঁহ একা?

বৃদ্ধ এইক্‌ডাল : অ' হাঃ হাঃ হাঃ বনহাঁজনীক মই কিজানি মাৰি পেলাও ভাবি ভয় খাইছা তুমি। নাই, নাই, কেতিয়াও নহয়। মই কেতিয়াও তাইক মাৰিব নোৱাৰো।

হেড্‌ভিগ : বুজিলো বাৰু, তুমি তাইক মাৰিব নোৱাৰা। কিন্তু তুমি মোক কোৱাচোন, বনৰীয়া হাঁহ চিকাৰ কৰা বৰ টান নেকি?

বৃদ্ধ এইক্‌ডাল : কোনে ক'লে মই মাৰিব নোৱাৰো। মই নিশ্চয়

পাৰো।

হেড্‌ভিগ : কেনেকৈ মাৰা তুমি ককা? মোৰ হাঁহজনীৰ কথা কোৱা নাই, মানে আন হাঁহবোৰক?

বৃদ্ধ এইক্‌ডাল : অ', শুনা মই চাম, গুলীটো যাতে গৈ হাঁহজনীৰ বুকুত লাগে। বনহাঁহৰ বুকু আটাইতকৈ কোমল। কিন্তু তাৰ পাখীবোৰে যিপিনে গতি কৰে সেই দিশে মাৰিলে নহ'ব, তাৰ ওলোটা পিনে মাৰিব লাগিব। বুজিছা, পাখীৰ ঢালত মাৰিলে নহ'ব।

হেড্‌ভিগ : তেতিয়া সিহঁত মৰি যায়, নহয়?

বৃদ্ধ এইক্‌ডাল : নিশ্চয় মৰিব। যদি তুমি ঠিক ঠাইত লগাব পাৰা। মই যাওঁ চাফ-চিকুণ হৈ লওঁগৈ। বুজি পালানে হেড্‌ভিগ।

*(বৃদ্ধ এইক্‌ডাল নিজৰ কোঠালৈ যায়। হেড্‌ভিগে অলপ পৰ বাট চায়, দুৱাৰৰ পিনে চায়। তাৰ পাছত কিতাপৰ আলমাৰীটোলৈ যায়। বেঙা মেলি থিয় হয় আৰু থাকখনৰ পৰা পিষ্টলটো নমাই আনে, তাক ঘূৰাই ফিৰাই চায়। এনেতে গীণাই বাঢ়নি আৰু জাৰণখন হাতত লৈ বহা কোঠাৰ পৰা ওলাই আহে। হেড্‌ভিগে তাকে দেখি লৰালৰিকৈ পিষ্টলটো থৈ দিয়ে। গীণাই গম নাপায়।)*

গীণা : হেড্‌ভিগ, দেউতাৰাৰ কাগজ-পত্ৰবোৰ খেলি-মেলি কৰিছা কিয়?

: *(আলমাৰীৰ ওচৰৰ পৰা গুচি আহে।)* মই সেইবোৰ চিজিল লগাব খুজিছিলো, মা।

গীণা : নালাগে, তুমি বৰং ৰান্ধনি কোঠালৈ গৈ চোৱা কফি গৰম আছেনে নাই। ইয়াল্‌মাৰক লগ পাবলৈ তললৈ যেতিয়া যাম, তেতিয়া তেওঁলৈ কফিৰ ট্ৰেখন লৈ যাম।

*(হেড্‌ভিগ বাজনি কোঠালৈ যায়। গীণাই ষ্টুডিঅ' কোঠাটো সামৰিবলৈ লয়। কন্তেক পাছত বাহিৰৰ দুৱাৰখন খোল খায় আৰু ইয়াল্‌মাৰে ভুমুকি মাৰে। ইয়াল্‌মাৰে তেওঁৰ অ'ভাৰকোটটো পিন্ধি আছে, কিন্তু মূৰত টুপী নাই। মুখ-হাত ধোৱা নাই আৰু চুলিখিনি অবিন্যস্ত। চকুযুৰি নিস্তেজ আৰু ক্লান্ত। বাঢ়নিডাল হাতত লৈ গীণাই অপলক চকুৰে ইয়াল্‌মাৰলৈ চাই থাকে।)*

গীণা : গোটেই ৰাতি আছিলানে তুমি?

ইয়াল্‌মাৰ : আছিলো, পিছে এদিনাই গুচি যাম। *(কণ্ঠস্বৰ নিস্প্ৰাণ)*।

গীণা : এৰা, এৰা, যাবা নিশ্চয়। কিন্তু ই কি চেহেৰা হৈছে তোমাৰ?

ইয়াল্‌মাৰ : কি চেহেৰা?

গীণা : আৰু তোমাৰ পাৰ অ'ভাৰকোটটোৰো একে চেহেৰা। বেচেৰাৰ ওপৰেদি বেচ ধুমুহা পাৰ হৈ গৈছে যেন পাওঁ।

হেড্‌ভিগ : মা, মই *(কথাখিনি কৈ কৈ আহি ইয়াল্‌মাৰক দেখা পায়।)* দেউতা, দেউতা। *(এইবুলি ইয়াল্‌মাৰৰ পিনে লৰি যায়।)*

ইয়াল্‌মাৰ : *(ওলোটাপিনে ঘূৰি দিয়ে আৰু হাতৰ ইঙ্গিতত তাইক গুচি যাবলৈ কয়।)* এইখিনিলৈ নাহিবা হেড্‌ভিগ, গুচি যোৱা। তুমি গুচি যোৱা। *(গীণালৈ)* গীণা, তাইক মোৰ সন্মুখৰ পৰা আঁতৰাই পঠোৱা, আঁতৰাই পঠোৱা বুলি ক'লো নহয়।

গীণা : *(মাত সৰু কৰি)* হেড্‌ভিগ, তুমি বহা কোঠালৈ যোৱা।

*(হেড্‌ভিগ নিঃশব্দে গুচি যায়। ইয়াল্‌মাৰে*

*টেবুলখনৰ দেৰাজ এটা টান মাৰি উলিয়ায় যেন বৰ ব্যস্ত।)*

ইয়াল্‌মাৰ : কিতাপবোৰ মোৰ লগত লৈ যাম। ক'ত মোৰ কিতাপবোৰ?

গীণা : কি কিতাপ?

ইয়াল্‌মাৰ : মোৰ বৈজ্ঞানিক কাম-কাজৰ বহীবোৰ আকৌ? মোৰ আৱিষ্কাৰৰ কামত ব্যৱহাৰ কৰা কাৰিকৰী বিষয়ৰ আলোচনীবোৰ?

গীণা : ৰ'বা মই চাওঁ। *(কিতাপৰ আলমাৰীটোলৈ গৈ বিচাৰে।)* এই বেটুপাত নথকা কিতাপবোৰ নেকি?

ইয়াল্‌মাৰ : অঁ, সেইবোৰেই।

গীণা : *(এজাপ আলোচনী আনি টেবুলত থয়।)* এই লোৱা তোমাৰ আলোচনীৰ জাপ। ৰ'বা, হেড্‌ভিগক মাতি দিওঁ পাতবোৰ কাটি দিবলৈ...

ইয়াল্‌মাৰ : কটাৰ কোনো দৰকাৰ নাই। *(ক্ষন্তেক নীৰৱতা।)*

গীণা : ইয়াল্‌মাৰ, আমাক এৰি গুচি যোৱাৰ সিদ্ধান্ত তোমাৰ খাটাং নে?

ইয়াল্‌মাৰ : *(আলোচনীবোৰ ইফাল-সিফাল কৰি থাকি)* সেইটো এতিয়াও বুজাই ক'ব লাগিব নে?

গীণা : নালাগে, বুজিছো।

ইয়াল্‌মাৰ : মই গুচি নগ'লে প্ৰতিটো দিনৰ প্ৰতিটো ঘণ্টাতে মোৰ বুকুৰ ভিতৰত ছুৰী এখনে ৰেপি থাকিব। তুমি তাকেই বিচৰা নহয় জানো?

গীণা : মোক ইমান বেয়া বুলি ভবাৰ বাবে ভগবানে যেন তোমাক ক্ষমা কৰে।

ইয়াল্‌মাৰ : মোক তুমি প্ৰমাণ দিয়া।

গীণা : প্ৰমাণ মই তোমাক দিমনে তুমি মোক দিবা?

ইয়াল্‌মাৰ : তোমাৰ এনে কলংকিত অতীতৰ পাছতো? বুজিছা গীণা, পৃথিৱীত এনে কিছুমান দাবী থাকে, যাক আদৰ্শৰ দাবী বুলি ক'ব পৰা যায়।

গীণা : কিন্তু দেউতাৰ কথা? বেচেৰা বুঢ়া মানুহজনৰ কি হ'ব?

ইয়াল্‌মাৰ : মোৰ দায়িত্বৰ প্ৰতি মই সম্পূৰ্ণ সজাগ, বেচেৰা বুঢ়া মানুহজন মোৰ লগত যাব। মই এতিয়া চহৰলৈ গৈ আমাৰ থকাৰ ব্যৱস্থা কৰিম। হেৰি, মানে *(ইতস্ততঃ কৈ কয়)* চিৰিত পৰি থকা মোৰ টুপীটো কোনোবাই দেখা পাইছেনে?

গীণা : নাই পোৱা। টুপীটো তুমি হেৰুৱালা নেকি?

ইয়াল্‌মাৰ : মই যে ৰাতি ঘূৰি আহোঁতে টুপীটো পিন্ধি আছিলো সেই কথা মই ক'ব পাৰো। এই বিষয়ে মোৰ কোনো সন্দেহ নাই, কিন্তু পুৱাৰে পৰা বিচাৰি পোৱা নাই।

গীণা : হে ভগৱান, সেই অসভ্য মানুহ দুটাৰ লগত তুমি ক'লৈ গৈছিলা?

ইয়াল্‌মাৰ : মূৰ্খৰ দৰে কথা সুধি নাথাকিবা বুজিছা, সেইবোৰ খুটিনাটি কথা মোৰ এতিয়া মনত আছেনে কিবা?

গীণা : এতিয়া তোমাৰ পানী নালাগিলেহে ৰক্ষা।

*(গীণা ৰান্ধনিশাললৈ সোমাই যায়। ইয়াল্‌মাৰে দেৰাজটো খালি কৰাৰ কামত লাগে আৰু খঙত ভোৰভোৰায়।)*

ইয়াল্‌মাৰ : ৰেলিং, তুমি এটা ধাঁটীয়া, বজ্জাত, উচটনি দি ফুৰা হাৰামী। মই তোমাক খুন কৰিম।

*(ইয়াল্‌মাৰে কিছুমান পুৰণি চিঠি উলিয়াই টেবুলৰ ওপৰত থয়। আগদিনাখনৰ ফালি পেলোৱা কাগজখন চকুত পৰে। তুলি লয় আৰু টুকুৰাবিলাক*

*পঢ়িবলৈ চেষ্টা কৰে। কিন্তু গীণা অহা দেখা পাই লগে লগে হাতৰ পৰা পেলাই দিয়ে। গীণাই পুৱাৰ জলপানৰ ট্ৰেখন টেবুলৰ ওপৰত থয়।)*

গীণা : কাপত, খাবলৈ গৰম কিবা দিছো, মন গ'লে খাব পাৰা আৰু লগতে দিছো কিছু মাখন, ৰুটী আৰু নিমখ সনা মাংস।

ইয়াল্‌মাৰ : *(ট্ৰেখনলৈ চাই কয়)* নিমখ সনা মাংস? শুনা, যোৱা চৌব্বিশ ঘণ্টা ধৰি মোৰ পেটত খুদকণ এটাও পৰা নাই। তথাপি মই এইখন ঘৰত একোৱেই নাখাওঁ। মই যুগুতাই থোৱা টোকাবোৰ ক'ত? মোৰ স্মৃতি কথাৰ আৰম্ভণি? আঃ ক'লৈ গ'ল মোৰ ডায়েৰী আৰু জৰুৰী নথি-পত্ৰবোৰ? বহা কোঠাৰ ক'ৰবাত আছে নেকি? *(তালৈ গৈ দুৱাৰখন খোলে আৰু লগে লগে আঁতৰি আহে।)* অহহ, তাত আকৌ সেইজনী।

গীণা : কিখন কৰিছা তুমি? ছোৱালীজনীতো ক'ৰবাত থাকিব লাগিব।

ইয়াল্‌মাৰ : হেড্‌ভিগ, ওলাই আহা।

*(ইয়াল্‌মাৰ দুৱাৰৰ কাষত থিয় হৈ থাকে, হেড্‌ভিগ ভয়াতুৰভাৱে ওলাই আহে। ইয়াল্‌মাৰৰ হাত দুৱাৰৰ হেণ্ডেলত।)*

ইয়াল্‌মাৰ : মই বহা কোঠাটোত চাওঁগে। আৰু এটা কথা। এইখন এদিন মোৰ ঘৰ আছিল। কিন্তু এতিয়া ইয়াত মই আৰু মাত্ৰ কেইটামান মুহূৰ্তহে থাকিম। আৰু শুনা, এইখন ঘৰত থকাৰ কোনো অধিকাৰ নাইকিয়া লোকে যেন ইয়াত, এই মুহূৰ্তকেইটাত, মোক আহি আমনি নকৰে।

*(ইয়াল্‌মাৰ বহা কোঠাত সোমোৱাৰ লগে লগে*

*ভীতা হেড্‌ভিগ্ থেকে জাপে গৈ মাকৰ ওচৰ পায় আৰু কঁপি থকা মাতেৰে মাতটো সৰুকৈ সোধে।)*

হেড্‌ভিগ : দেউতাই মোৰ কথা কৈছে নেকি মা?

গীণা : তুমি ৰান্ধনি কোঠালৈ যোৱা হেড্‌ভিগ সোণ, নাই নালাগে তুমি বৰং তোমাৰ শোৱনি কোঠালৈ যোৱা। *(ইয়াল্‌মাৰৰ উদ্দেশ্যে কৈ কৈ বহা কোঠাটোত গৈ সোমায়।)* এক মিনিট ৰ'বা ইয়াল্‌মাৰ, আটাইকেইখন দেৰাজ উবুৰিয়াই নিদিবা কাগজ-পত্ৰবোৰ ক'ত আছে মই জানো।

*(ভয়তে থৰ্‌থৰকৈ কঁপি থকা হেড্‌ভিগ কতেকন ৰাৰে নিশ্চল হৈ থাকে, চকুপানী যাতে নোলায় তাৰ বাবে ওঁঠ কামুৰি ধৰে। তাৰ পাছত কঁপি থকা হাত দুখন মুঠিমাৰি ধৰে আৰু কোমল সুৰত কয়)*

হেড্‌ভিগ : বন হাঁহজনী!

*(তাৰ পাছত তাই হাতত সাৱে ভৰিত সাৱে গৈ থাকখনৰ পৰা পিঠিসটো লয়, তাই নিজে সৰকি যাব পৰাকৈ আটালৰ দুৱাৰখন খোলে আৰু ভিতৰ সোমাই যায়। দুৱাৰখন মাৰি দিয়ে। বহা কোঠাত ইয়াল্‌মাৰ আৰু গীণাই কাজিয়া কৰা শুনিবলৈ পোৱা যায়। হাতত কেইখনমান টোকা বহী আৰু ভালে কেইখিলা পুৰণা কাগজ-পত্ৰ লৈ ইয়াল্‌মাৰ ওলাই আহে আৰু টেবুলৰ ওপৰত থয়।)*

ইয়াল্‌মাৰ : সেই বাকচটোত আটাইখিনি নধৰিব। মই লগত নিবলগীয়া বস্তুও বহুত আছে।

গীণা : সেইবোৰ সম্প্ৰতি ইয়াতে থাকক। তুমি কেৱল এটা ... চোলা আৰু আণ্ডাৰপেণ্ট লৈ যোৱা।

ইয়াল্‌মাৰ : উস্। আৰু নালাগি সৈছে। *(ওভাৰকোটটো খোলে।)*

গীণা : আৰু তোমাৰ কফিও চেঁচা হৈ পৰিছে।

ইয়াল্‌মাৰ : হুম্ *(কফি বাকে আৰু খায়। আকৌ একাপ বাকে।)*

গীণা : *(জাৰণেৰে চকীবিলাক চাফ কৰি কৰি)* শহাপহুবোৰ থ'বলৈ ইমান ডাঙৰ আটাল থকা ঘৰ পোৱা তোমাৰ টান হ'ব পিছে।

ইয়াল্‌মাৰ : কি। শহা পহুবোৰো মই নিব লাগিব নেকি?

গীণা : লাগিবতো। সেইবোৰ লৈ নগ'লে দেউতা তাত থাকিব নোৱাৰিব নহয়।

ইয়াল্‌মাৰ : দেউতা অভ্যস্ত হ'ব লাগিব। শহাপহুতকৈ বহুগুণে বেছি মূল্যবান বস্তু মই নিজে এৰি যাবলৈ ওলাইছো।

গীণা : *(কিতাপৰ আলমাৰীটোৰ ধূলি চাফ কৰে)* বাকচটোত তোমাৰ বাঁহীটোও থওঁ নেকি?

ইয়াল্‌মাৰ : নাই, নাই, মোক বাঁহী নালাগে, বৰং পিষ্টলটো দিয়া।

গীণা : অঁ, তুমি সেই বন্দুকটোও তালৈ নিবা নেকি?

ইয়াল্‌মাৰ : অঁ, মোৰ গুলী ভৰ্তি পিষ্টলটো।

গীণা : *(বিচাৰে)* ক'তা, ইয়াততো নাই। দেউতাই আটাললৈকে লৈ গ'ল হ'বলা।

ইয়াল্‌মাৰ : দেউতা আটালত নেকি?

গীণা : নহ'লেনো ক'ত থাকিব?

ইয়াল্‌মাৰ : বেচেৰা, অকলশৰীয়া দেউতা মোৰ।

গীণা : কটী এচকল খোৱা।

ইয়াল্‌মাৰ : হঁ? উঁ। *(কটী এখনত মাখন লগাই খায় আৰু কফি বাকি লয়।)*

গীণা : ইটো কোঠা ভাড়া নিদিয়া হ'লে তুমি তাতে থাকিব পাৰিলাহেঁতেন?

ইয়াল্‌মাৰ : একেখন চালৰ তলত মই? কেতিয়াও নহয়।

গীণা : অন্ততঃ কিছুদিনৰ বাবে বহা কোঠাটোতো থাকিব

পাৰা। কোঠাটো অকল তোমাৰে হৈ থাকিব?

ইয়াল্‌মাৰ : এই খবৰ চাবি নেৰৰ মানুহ কেতিয়াও নাছুকো মই।

গীণা : তেন্তে আলহ, বেলিং আৰু মলভিকৰ কথাত?

ইয়াল্‌মাৰ : সেই মানুহ দুটাৰ নাম তুমি মোৰ আগত উচ্চাৰণ নকৰিবা, গীণা। সিহঁতৰ কথা ভাবিলে মোৰ ওকালি অহাৰ দৰে হয়। নাই, নাই, ধুমুহা আৰু বৰষুণ মাজতেই মই ওলাব লাগিব। ঘৰে ঘৰে গৈ মোৰ দেউতা আৰু মোৰ বাবে আশ্ৰয় বিচাৰিব লাগিব।

গীণা : কিন্তু ইয়াল্‌মাৰ, যাবা কেনেকৈ, তোমাৰতো টুপীও নাই। তোমাৰ টুপীটো যে হেৰুৱাইছা মনত নাই নেকি?

ইয়াল্‌মাৰ : আস সেই বিজন, বটীয়া-পিতৃহীন। টুপী এটা কিনিব লাগিব। পানী লাগি মৰাৰ কোনো ইচ্ছা নাই মোৰ।

*(তেওঁ আৰু এচকলা কটীত মাখন লগাই খায়।)*

মই আন সকলো ব্যৱস্থা কৰি পেলাম। মই মোৰ জীৱনটোক আৰু খেলিমেলি হ'বলৈ নিদিওঁ।

*(ট্ৰেখনত কিবা বিচাৰে।)*

গীণা : কি বিচাৰিছা?

ইয়াল্‌মাৰ : মাখন।

গীণা : অলপ ৰ'বা, মই এতিয়াই বাকনি কোঠাৰ পৰা আনি দিওঁ। *(যায়)*

ইয়াল্‌মাৰ : *(পিছফালৰ পৰা চিঞৰি)* নালাগে দিয়া, মাখন নোহোৱাকৈ শুকান কটী মই খাব পাৰো।

গীণা : এই লোৱা, নতুনকৈ তোলা মাখন।

*(গীণাই ইয়াল্‌মাৰক আৰু একাপ কফি বাকি দিয়ে, ইয়াল্‌মাৰ সোফাখনত বহি লয়, মাখন লগাই কটী*

*এখন খায় আৰু কন্তেক নিঃশব্দে কফি খায়।)*

ইয়াল্‌মাৰ : থৰা, কোনেও সোমাই আহি আমনি কৰিব নোৱাৰাকৈ ৰখা বহা কোঠাটোত যদি থকাৰ কথা ভাবো, তেনেহ'লে বাৰু এদিন বা বৰ বেছি দুদিনমান থাকিব পাৰিমনে?

গীণা : কিয় নোৱাৰিবা? তুমি ইচ্ছা কৰিলেই পাৰিবা।

ইয়াল্‌মাৰ : কাৰণ, মই দেখিছো, খৰধৰ কৰিলে দেউতাৰ আটাইখিনি বস্তু লৈ যাব পৰা নাযাব।

গীণা : হয়তো। তাৰ উপৰি তুমি প্ৰথমে তেওঁক ক'ব লাগিব যে তুমি আমাৰ লগত ইয়াত আৰু থাকিব খোজা নাই।

ইয়াল্‌মাৰ : *(কাপটো ঠেলা মাৰি আঁতৰায়।)* হয়, সেইটোও এটা কথা। মই তেতিয়া আকৌ সেই আউল লগা কথাবোৰ উলিয়াব লাগিব, কথাটো মই আকৌ ভাল দৰে চিন্তা কৰিব লাগিব। মোৰো উশাহ ল'বলৈ অলপ আহৰি লাগে। এটা দিনৰ ভিতৰতে ইমানবোৰ সমস্যাৰ হেঁচা মই সহ্য কৰিব নোৱাৰিম।

গীণা : তাতে ইমান বেয়া বতৰ।

ইয়াল্‌মাৰ : *(হেৰ্‌ ভেৰলেই লিখা চিঠিখন লুটিয়াই চায়।)* ডাক্তৰ ভেৰ্‌লেৰ দানপত্ৰখন দেখোন এতিয়াও ইয়াতে আছে।

গীণা : এৰা, কিন্তু সেই কাগজখিলা মই হাতেৰে চুৱাও নাই।

ইয়াল্‌মাৰ : এইখন পেলনীয়া জাবৰ, ইয়াৰ লগত মোৰ কোনো সম্পৰ্ক নাই।

গীণা : মোৰো নাই।

ইয়াল্‌মাৰ : পিছে এইখন যাতে নেহেৰায়। মই গুচি যাম বুলি বস্তুবোৰ যি দৰে ওলট-পালট কৰা হৈছে তাৰ মাজত

।। দৃশ্য ।।

পৰি এইখন থবি।

গীণা : চিন্তা নকৰিবা ইয়াল্‌মাৰ, মই তালপ্ৰবে থৈ দিম।

ইয়াল্‌মাৰ : হেজাৰ হওক, এইখন এখন দানপত্ৰ। মালিকজন্ম প্ৰথমে আৰু মাইকৈ আমাৰ দেউতা। অৱশ্যে দেউতাই ইয়াৰ ব্যৱহাৰ কৰে নে নকৰে, সেইটো দেউতাৰ কথা।

গীণা : *(হমুনিয়া কাঢ়ি)* এৰা, বেচেৰা দেউতা।

ইয়াল্‌মাৰ : হঁয়, এটা কাম কৰা যাওক। অলপ এঠা ক'ত পাম গীণা?

গীণা : এঠাৰে কি কৰিবা?

ইয়াল্‌মাৰ : দানপত্ৰখনৰ টুকুৰাবোৰ জোৰা লগাম।

গীণা : সৌ আলমাৰীটোৰ ওপৰত পাবা।

ইয়াল্‌মাৰ : *(আলমাৰীটোৰ ওপৰৰ পৰা এঠাৰ বটলটো আনে।)* এতিয়া, ব্ৰাছ এডাল লাগে।

গীণা : ব'বা মই আনি দিওঁ। *(আনি দিয়ে।)* হো, লোৱা।

ইয়াল্‌মাৰ : টুকুৰাবোৰ লগাবলৈ পিছফালে *(এটুকুৰা)* কাগজ এখন দি ল'ব লাগিব। এয়া এইখিলা কাগজ কাটি সমান কৰি তাৰ ওপৰত টুকুৰাবোৰ লগাম।

*(কেচি এখনেৰে কাটি এটা টুকুৰাৰ ওপৰত কটা কাগজখনৰ টুকুৰাবোৰ লগায়।)*

মোৰ বাবা আনৰ সম্পত্তিৰ কোনো হানি-বিঘিনি ঘটিবলৈ দিব নোৱাৰো। বিশেষকৈ সম্পত্তিটো যেতিয়া এজন নিঠৰুৱা বৃদ্ধৰ আৰু অৱশ্যে আন এগৰাকীৰো। এয়া, জোৰা লগোৱা হৈ গ'ল। এতিয়া কিছুপৰ এইদৰে ইয়াতে থাকক। যেতিয়া শুকাই যাব তেতিয়া কাগজখন লৈ যাবা। আৰু গীণা, এনে ঠাইত থবা যাতে মই কেতিয়াও দেখা

নাপাওঁ। কেতিয়াও।

*(বুলনিয়েদি গ্ৰেইৰ্ঘেছ আহে।)*

গ্ৰেইৰ্ঘেছ : *(অলপ আচৰিত হৈ)* কি? ইয়াল্‌মাৰ, তই ইয়াতে বহি আছ?

ইয়াল্‌মাৰ : *(একেজাপে থিয় হয়।)* নাই, মানে, বৰ ভাগৰি গৈছিলো অ'। সেই কাৰণে চোফাখনতে অলপ বহিছিলো।

গ্ৰেইৰ্ঘেছ : অ', পুৰাৰ জলপানো ইয়াতে খোৱা হৈছে দেখিছো।

ইয়াল্‌মাৰ : কেতিয়াবা, কেতিয়াবা দেহাৰো কিছু দাবী থাকে নহয়, গ্ৰেইৰ্ঘেছ।

গ্ৰেইৰ্ঘেছ : কি কৰিম বুলি থিৰাং কৰিছ তই?

ইয়াল্‌মাৰ : মোৰ দৰে মানুহৰ বাবে কৰিবলগীয়া কামতো এটাই। এতিয়া মই খুব জৰুৰী যিখিনি বস্তু সেইখিনি একগোট কৰিছো। কিন্তু বুজিছ গ্ৰেইৰ্ঘেছ, বহুত সময় লাগে।

গীণা : *(অলপ অধৈৰ্যভাৱে)* ইয়াল্‌মাৰ, মই তোমাৰ বাবে বহা কোঠাটো ঠিকঠাক কৰাৰ কামত ধৰিম নে, তুমি লগত নিব খোজা বস্তু বাকচটোত ভৰাম?

*(ইয়াল্‌মাৰে গ্ৰেৰ্গেছলৈ অলপ বিৰক্তিৰ দৃষ্টিৰে কেৰাহিকৈ চাই গীণাক কয়—)*

ইয়াল্‌মাৰ : বাকচটোতো বস্তু ভৰোৱা, কোঠাটোও সাজু কৰা।

গ্ৰেইৰ্ঘেছ : *(অলপ ৰৈ)* মই কল্পনাও কৰিব পৰা নাছিলো যে শেষত গৈ এইটোহে পৰিণতি হ'ব। তেন্তে এতিয়া ঘৰৰ পৰা গুচি যোৱাৰ তোৰ কিবা প্ৰয়োজন আছে জানো?

ইয়াল্‌মাৰ : *(বিব্ৰতভাৱে পায়চাৰী কৰে)* মই তেন্তে কি কৰিম তই ক গ্ৰেইৰ্ঘেছ? মই যে নিৰানন্দৰ মাজত জীৱন

পাৰ কৰিব পৰা মানুহ একেবাৰেই মহয়। মোক লাগে শান্তি আৰু নিৰাপত্তা।

গ্ৰেইৰ্ষেছ : ইয়াতেইতো সেইটো পাৰ পোৱা। এবাৰ চেষ্টা কৰি চাচোন। মোৰ ধাৰণা এতিয়া তই নতুনকৈ জীৱন আৰম্ভ কৰাৰ বাবে এটা শক্তিশালী ভেটি পাইছ। এই কথাও মনত ৰাখিবি যে জীয়াই থকাৰ প্ৰেৰণা হিচাপে তোৰ আৱিষ্কাৰটো কাম আছে।

ইয়াল্‌মাৰ : নাই, নাই গ্ৰেইৰ্ষেছ, মোৰ আৱিষ্কাৰৰ কথা নুলিয়াবি। কিবা এটা আৱিষ্কাৰৰ কৰিবলৈ বহুদিন লাগিব।

গ্ৰেইৰ্ষেছ : তই সঁচাকৈ কৈছনে?

ইয়াল্‌মাৰ : মোক তই ক, মই কি আৱিষ্কাৰৰ কৰিম? বেছিভাগ বস্তুৱেই আগে আৱিষ্কাৰ কৰি পেলাইছে। কিবা আৱিষ্কাৰ কৰা দিনকদিনে টান হৈ আহিছে।

গ্ৰেইৰ্ষেছ : কিন্তু তাৰ বাবে যে ইমান কঠোৰ পৰিশ্ৰম কৰিলি?

ইয়াল্‌মাৰ : এইটো সেই বদমাছ ৰেলিঙৰ বুদ্ধি। সি মোৰ মূৰত এই কথাটো সুমুৱাই দিছিল।

গ্ৰেইৰ্ষেছ : ৰেলিং?

ইয়াল্‌মাৰ : অঁ, সি মোৰ মূৰত সুমুৱাই দিছিল যে ফটোগ্ৰাফী সংক্ৰান্ত কিবা আৱিষ্কাৰ কৰাৰ উদ্দেশ্যে মোৰ প্ৰতিভা ব্যৱহাৰ কৰা আৱশ্যক।

গ্ৰেইৰ্ষেছ : আ-হা। তেন্তে ই ৰেলিঙৰ কাম।

ইয়াল্‌মাৰ : তাত লাগি থাকি মই বৰ আনন্দ পাইছিলো, গ্ৰেইৰ্ষেছ, মানে হেড্‌ভিগে কথাটো বিশ্বাস কৰিছে বুলি যিমান আনন্দ পাইছিলো, আৱিষ্কাৰৰ কাৰণে কিন্তু সিমান আনন্দ পোৱা নাছিলো। শিশু মনৰ সকলো উদ্দীপনাৰে তাই আৱিষ্কাৰৰ কথাটো বিশ্বাস কৰিছিল। মই ইমানেই মূৰ্খ যে তাই আৱিষ্কাৰৰ কথাটো বিশ্বাস কৰা বুলিয়েই মই ভাবি লৈছিলো।

গ্ৰেইৰ্ঘেছ : হেড্‌ভিগৰ বিশ্বাস আন্তৰিক নাছিল বুলি তই সঁচাকৈয়ে ভাব নেকি?

ইয়াল্‌মাৰ : এতিয়া মই যি মন যায় তাকে ভাবিব পাৰো। কেৱল জানিবি হেড্‌ভিগজনী মোৰ সুখৰ বাটৰ বাধা। তাই মোৰ জীৱনৰ ৰ'দ নাইকিয়া কৰি পেলাইছে।

গ্ৰেইৰ্ঘেছ : ইয়াল্‌মাৰ। হেড্‌ভিগৰ সম্পৰ্কে এনেকুৱাবোৰ কথা তই কেনেকৈ ক'ব পাৰিলি? কেনেকৈ ভাবিব পাৰিলি যে হেড্‌ভিগে তেনে কাম কৰিছে?

ইয়াল্‌মাৰ : *(প্ৰশ্নটোৰ কোনো উত্তৰ নিদিয়ে।)* তাইক মই কিমান গভীৰভাৱে ভাল পাইছিলো। মই ঘৰলৈ আহি মোৰ অতি সাধাৰণ কোঠাটোলৈ যেতিয়াই সোমাইছিলো, তেতিয়াই তাই তাইৰ মৰমসনা আধা মুদখোৱা চকুযুৰিৰে দৌৰ মাৰি মোৰ ওচৰলৈ আহিছিল, মোৰ মনটো গভীৰ আনন্দেৰে ভৰি পৰিছিল। কিযে অলগৰ্দ্ধ মই। তাইৰ প্ৰতি স্নেহত মই একপ্ৰকাৰ অন্ধ হৈ পৰিছিলো, কিন্তু তাই যে মোক সমানে ভাল পোৱা নাছিল, সেই কথা মই সপোনতো ভাবিব পৰা নাছিলো। আচলতে মই অলীক কল্পনাত মজি আছিলো।

গ্ৰেইৰ্ঘেছ : সেইটো অলীক কল্পনা আছিল বুলি ক'ব খোজ নেকি তই?

ইয়াল্‌মাৰ : নহ'লেনো কি বুলি কম? গীণাৰ পৰা মই একো আশা কৰিব নোৱাৰো, তাবোপৰি এই গোটেই আউল লগা কথাবোৰৰ যে এটা আদৰ্শৰ দিশ আছে সেই বিষয়ে তেওঁৰ কোনো চেতনাই নাই। কিন্তু, অন্ততঃ তোৰ আগত মই মুকলিকৈ কথাবোৰ ক'ব পাৰো। গ্ৰেইৰ্ঘেছ, মোৰ প্ৰতি হেড্‌ভিগৰ মৰমটো কিজানি কোনো দিনেই সঁচা নাছিল, আন্তৰিক

নাছিল, এই এটা ভয়ংকৰ দুঃশ্চিন্তাই মোক খুলি খুলি খাইছে।

গ্ৰেইৰ্ষেছ : সঁচা হয়নে নহয় তাৰ প্ৰমাণ তই পাবি বুলি মই ভাবো। *(কাণ থিয়কৈ)* কি শুনিলো? বনৰীয়া হাঁহজনীয়ে চিএৰা যেন শুনিলো?

ইয়াল্‌মাৰ : একো নহয়, হাঁহজনীয়ে টেক্‌টেকাইছে, আটালত সেউতা আছে নহয়?

গ্ৰেইৰ্ষেছ : হয় জানো? *(গ্ৰেইৰ্ষেছ ডেব্‌লেৰ মুখত বিৰক্তি পৰিছে পৰিতৃপ্তিৰ বেভণি)* ইয়াল্‌মাৰ, তই ভুল বুজি থকা বেচেৰী হেড্‌ভিগৰ তোৰ প্ৰতি মৰমৰ প্ৰমাণ তই অৱশ্যেই পাবি।

ইয়াল্‌মাৰ : কি প্ৰমাণ দিব পাৰে তাই? যিমানে সইত নাখাওক কিয় মই তাইৰ কথাত পতিয়ন যাব নোৱাৰিম।

গ্ৰেইৰ্ষেছ : তই মোক বিশ্বাস কৰ ইয়াল্‌মাৰ, হেড্‌ভিগৰ মৰমত বিন্দুমাত্ৰও ফাঁকি নাই।

ইয়াল্‌মাৰ : গ্ৰেইৰ্ষেছ বন্ধু, যদি এইটো বিষয়ত মই নিশ্চিত হ'ব পাৰিলোহেঁতেন। ক'ব পাৰিবিনে তই, গীণা আৰু মু ছাৱাৰ্বিৰ ফুচ্‌ফুচনি আৰু পৰনিন্দাৰ বিষয় কি আছিল? আৰু তই নাজান, হেড্‌ভিগে সকলো কথা শুনে। কোনে জানে হয়তো দান পত্ৰখন আমি যিমান আকস্মিক বুলি ভাবিছো সিমান আকস্মিক নহয়। আচলতে তেতিয়াই মোৰ গা চোৰাইছিল।

গ্ৰেইৰ্ষেছ : কি ভূতে পালে অ' তোক?

ইয়াল্‌মাৰ : আচলতে মোৰ চকু মেল খাইছিল। তই খালি চাই থাক। দেখা পাবি, দানপত্ৰখন মাথোন এটা আৰম্ভণি। মু ছাৱাৰ্বি সদায়ে হেড্‌ভিগৰ লগত সনা-পোতকা, এতিয়া তাইৰ বাবে যি ইচ্ছা তাকে কৰিব পৰাৰ ক্ষমতা আহি পৰিছে তেওঁৰ হাতত। এনে

এটা পৰিস্থিতিত যেতিয়াই ইচ্ছা তেতিয়াই ছোৱালীজনীক তেওঁলোকে মোৰ পৰা কাঢ়ি নিব পাৰে।

গ্ৰেইৰ্ঘেছ : হেড্‌ভিগে কেতিয়াও তোক এৰি নাযায়।

ইয়াল্‌মাৰ : ইমান নিশ্চিত নহ'বি গ্ৰেইৰ্ঘেছ। হাতত এসোপা উপহাৰ দেখুৱাই তেওঁলোকে তাইক যদি মাতি নিয়ে তেতিয়া? অথচ তাইক মই ইমান গভীৰভাৱে স্নেহ কৰিছিলো। আন্ধাৰ কোঠালী এটাত হঠাতে সোমাই ভয় খোৱা শিশু এটিক নিৰ্ভয় দি হাতত ধৰি লৈ যোৱাৰ দৰেই অতি সাৱধানে তাইক ওৰেটো জীৱন আগুৱাই লৈ যাম বুলি কল্পনা কৰি মই যিটো মানুহে অশেষ ৰং পাইছিলো, সেই একেটা মানুহেই আজি নিশ্চয়কৈ উপলব্ধি কৰিছো, তাই মোক, আটালত বাস কৰা এই দৰিদ্ৰ ফটোগ্ৰাফাৰটোক, কোনোদিনেই প্ৰকৃত বা সঁচা মূল্য দিয়া নাছিল। তাই কেৱল তাইৰ বাবে আচল দিনটো নহালেকে চতুৰভাৱে মোক ভালৰি লগাই চলিছিল। উপলব্ধিৰ এই নিশ্চয়তাই যেন আজি মোৰ সত্তাক এফালৰ পৰা ভাগি গুড়ি কৰি আনিব ধৰিছে।

গ্ৰেইৰ্ঘেছ : কি আবোল-তাবোল বকিব ধৰিছ? এনে কথা বিশ্বাস কৰ?

ইয়াল্‌মাৰ : সেইটোৱেইতো আটাইতকৈ নিষ্ঠুৰ সমস্যা, গ্ৰেইৰ্ঘেছ, কি বিশ্বাস কৰিম আৰু কি বিশ্বাস নকৰিম মই নাজানো আৰু কেতিয়াও নাজানিম। কিন্তু মই যি ক'লো সি সঁচা নহয় বুলি তই ন-দি ক'ব পাৰিবিনে? হাঃ হাঃ হাঃ, বন্ধু গ্ৰেইৰ্ঘেছ। তইতো মত্ত হৈ আছ তোৰ 'আদৰ্শৰ দাবী'ক লৈ। উপহাৰ ভৰ্তি দুই হাত মেলি যদি কোনোবাই মোৰ ছোৱালীজনীক মাতি কয় : 'তেওঁৰ ওচৰৰ পৰা গুচি আহা, জীৱন কাক

বোলে সেই কথা তুমি আমাৰ পৰা জানিবা?"

গ্ৰেইৰ্ষেছ : (তৎক্ষণাৎ) তেতিয়া কি হ'ব বুলি ভাব তই?

ইয়াল্‌মাৰ : তেতিয়া যদি মই তাইক কওঁ তওঁলোকে তোমালৈ আগবঢ়াব খোজা জীৱনৰ প্ৰলোভন, তুমি মোৰ কথা ভাবি, নালাগে বুলি নক'বা নে হেড্‌ভিগ?' ধন্যবাদ গ্ৰেইৰ্ষেছ, তই কেৱল শুনিবি তাই মোক কি উত্তৰ দিয়ে।

*(আটালৰ পৰা পিষ্টলৰ গুলীৰ শব্দ)*

গ্ৰেইৰ্ষেছ : *(উল্লসিত চিঞৰ)* ইয়াল্‌মাৰ ।

ইয়াল্‌মাৰ : সেয়া শুনিলি? দেউতাৰ বোধকৰো এতিয়া চিকাৰ কৰিবলৈ মন গৈছে। গুলীটো ফুটাই মোক তাৰেই ইংগিত দিছে।

গীণা : *(সোমাই আহে।)* ইয়াল্‌মাৰ, দেউতাই বোধকৰো অকলে আটালত উধা-মুধাকৈ গুলী চলাব ধৰিছে।

ইয়াল্‌মাৰ : মই চাই আহোঁ।

গ্ৰেইৰ্ষেছ : নহয়, তই নাজান, কিন্তু মই জানো। তই যে প্ৰমাণ বিচাৰিছিলি? এইটো সেই প্ৰমাণ।

ইয়াল্‌মাৰ : কি প্ৰমাণ?

গ্ৰেইৰ্ষেছ : এটি শিশুৱে দিয়া আত্মত্যাগ। তাই তোৰ দেউতাৰাৰ হতুৱাই হাঁহজনীক গুলীয়াই মৰাইছে।

ইয়াল্‌মাৰ : অ' হাঁহজনীক গুলীয়াইছে।

গীণা : কিযে কয় মানুহজনে।

ইয়াল্‌মাৰ : কেলৈ গুলীয়াব?

গ্ৰেইৰ্ষেছ : একমাত্ৰ তোৰ বাবে তাইৰ জীৱনৰ আটাইতকৈ প্ৰিয় বস্তুক বিসৰ্জন দিয়াৰ বাসনা। তাই ভাবিছিল তেনে কৰিলে তই আকৌ তাইক মৰম কৰিবি।

ইয়াল্‌মাৰ : *(আবেগসনা কোমলতা)* আহা ঐ ছোৱালী।

গীণা : কিযে কথাবিলাক তাই ভাবে।

গ্ৰেইর্ঘেহ : তই তাইক আকৌ ভাল পাবি। অকল এইটোকে তাই বিচাৰিছিল আৰু তোৰ মৰমৰ অবিহনে তাই জীয়াই থাকিব নোৱাৰিব বুলি ভাবিছিল।

গীণা : *(চকুপানী যাতে বৈ নাহে তাৰে চেষ্টা কৰি)* দেখিলা, ইয়াল্‌মাৰ।

ইয়াল্‌মাৰ : তাই ক'ত, গীণা?

গীণা : *(নাকেৰে সংশব্দে উশাহ টানি)* বেচেৰী। ৰান্ধনিকোঠাতে বহি আছে হ'বলা।

ইয়াল্‌মাৰ : *(ৰান্ধনি কোঠাৰ সন্মুখত গৈ দুৱাৰখন খোলে।)* হেড্‌ভিগ আহা। মোৰ ওচৰলৈ আহা মাজনী। *(চাৰিওপিনে চায়।)* ক'তা তাই দেখোন ৰান্ধনি কোঠাত নাই।

গীণা : তেন্তে বোধকৰো তাইৰ সেই তেনেই সৰু কোঠালীটোত আছেগৈ।

*(ইয়াল্‌মাৰে তালৈ বিচাৰিবলৈ যায়, তাৰে পৰা কয়।)*

ইয়াল্‌মাৰ : ইয়াতো নাই তাই। *(ওলাই আহি।)* তাই নিশ্চয় কেনিবা ওলাই গৈছে।

গীণা : হ'ব পাৰে, তুমিতো ঘৰৰ ক'তো তাই থকাটো বিচৰা নাছিলা।

ইয়াল্‌মাৰ : তাই যেন সোনকালে উভতি আহে। মই তাইক জনাব খুজিছো গ্ৰেইর্ঘেহ বন্ধু, এতিয়া সকলো ঠিক হৈ যাব, মই আকৌ আমাৰ জীৱন প্ৰথমৰে পৰা আৰম্ভ কৰিব পাৰিম।

গ্ৰেইর্ঘেহ : *(শান্ত ভাৱত)* মই জানিছিলো, হেড্‌ভিগৰ জৰিয়তে সকলোবিলি সংশোধন কৰিব পৰা যাব।

*ওলমি আছে।)*

ইয়াল্‌মাৰ : *(অন্য মনস্কভাবে)* পিষ্টলটো চলি গ'ল-তাইৰ গাত গুলী লাগিল। আমাক সহায় কৰিবলৈ মানুহ মাতা। আমাক সহায় কৰক।

গীণা : *(অস্থিৰ ভাবেৰে বুলনিলৈ গৈ বেলিংহঁতক মতে।)* বেলিং, বেলিং, ডাঃ বেলিং। সোনকালে ওপৰলৈ আহক।

*(ইয়াল্‌মাৰ আৰু গেইৰ্ঘেছে হেড্‌ভিগক চোফাখনত শুৱাই দিয়ে।)*

বৃদ্ধ এইক্‌ডাল : *(শান্তভাবে)* অৱশ্যেই প্ৰতিশোধ লয়।

ইয়াল্‌মাৰ : *(হেড্‌ভিগৰ কাষত আঁঠু কাঢ়ি)* তাইৰ জ্ঞান আহিব ধৰিছে। তাইৰ জ্ঞান ঘূৰি আহিব ধৰিছে। হয়, হয়।

গীণা : *(ইতিমধ্যে উভতি আহিছে।)* গুলীটো তাইৰ ক'ত লাগিছে? মইচোন একো দেখিবলৈ পোৱা নাই।

*(ৰেলিং লৰালৰিকৈ সোমাই আহে, পিছে পিছে মল্‌ভিক। মল্‌ভিকৰ গাত উৱেষ্ট কোট নাই, ডিঙিত টাইডালো নাই আৰু কোটটোৰ বুকুৰ এটা বুটামো লগোৱা নাই।)*

ৰেলিং : কি হ'ল?

গীণা : তেওঁলোকে কয়, হেড্‌ভিগে বোলে নিজৰ গালৈ গুলীয়ালে।

ইয়াল্‌মাৰ : *(উদ্বিগ্নভাৱে ৰেলিঙলৈ চায়)* ডাঙৰ জখম একো হোৱা নাই নিশ্চয়, নহয়নে ৰেলিং? তাইৰ দেখোন তেজ প্ৰায় ওলোৱাই নাই। নাই, নাই ডাঙৰ জখম হ'ব নোৱাৰে।

ৰেলিং : কেনেকৈ হ'ল ঘটনাটো?

ইয়াল্‌মাৰ : মই ভাবিব পৰা নাই।

গীণা : হাঁহজনীক তাই গুলীয়াবলৈ খুজিছিল।

ৰেলিং : বনৰীয়া হাঁহজনীক?

ইয়াল্‌মাৰ : পিষ্টলটোৰ পৰা চাগে গুলীটো হঠাতে ওলাই গ'ল।

ৰেলিং : হুম্, এৰা, নিশ্চয় হয়।

বৃদ্ধ এইক্‌ডাল : অৱশ্যেই তাৰ প্ৰতিশোধ লয়েই। কিন্তু মই ভয় কৰা নাই। *(আটালখনলৈ আগবাঢ়ে আৰু ভিতৰলৈ সোমাই গৈ দুৱাৰখন মাৰি দিয়ে।)*

ইয়াল্‌মাৰ : ৰেলিং, তুমি কিবা এটা নোকোৱা কিয়?

ৰেলিং : গুলীটো তাইৰ বুকুত লাগিছে।

ইয়াল্‌মাৰ : হয়। কিন্তু তাইৰ জানতো উত্তৰি আহিব ধৰিছে।

গীণা : *(কান্দোনত ভাগি পৰে)* হেড্‌ভিগ অ'। অ' মোৰ হেড্‌ভিগ।

গ্ৰেইগেৰ্ছ : সমুদ্ৰৰ অতল তলিত।

ইয়াল্‌মাৰ : এৰা, এৰা, তাই জী উঠিবই লাগিব, আস্ ৰেলিং মই তোমাক কাবৌ কৰিছোঁ কেৱল এটা মুহূৰ্তৰ বাবে মই তাইক জনাব খুজিছোঁ, চিৰকাল মই তাইক কিমান গভীৰভাৱে মৰম কৰিছিলো। ৰেলিং, মাথোঁ এইখিনি কথা জনাবলৈ যিমান সময় লাগে।

ৰেলিং : গুলীটো গৈ হৃদপিণ্ডত লাগিছে। ভিতৰত ৰক্তক্ষৰণ হৈছে। লগে লগে তাইৰ মৃত্যু হৈছে।

ইয়াল্‌মাৰ : আৰু মই। মই তাইক মোৰ ওচৰৰ পৰা খেদি পঠিয়াইছিলো আৰু তাই? ভয় বিহ্বল জন্তুৰ দৰে চুচৰি গৈ আটালখনত সোমাইছিল, আৰু তাত পাছত মোৰ মৰমৰ হেঁপাহত নিজৰ প্ৰাণ বলি দিলে। *(উচুপি)* এই ভুল আৰু মই কেতিয়াও শুধৰাব নোৱাৰিম। তাইক কাহানিও জনাব নোৱাৰিম। *(হাত দুখন মুঠি কৰি আকাশলৈ চাই চিঞৰে)* আমাৰ

মূৰৰ ওপৰত সৌ সৰগত থকাজন যদি তুমি সঁচাকৈ তাত আছা কোৱা মোৰ ওপৰত কিয় এই বজ্ৰপাত হানিলা।

গীণা : মনে মনে থাকা ইয়াল্‌মাৰ মনে মনে থাকা। তেনে কৰিব নাপায়। আমাৰ চাঁগে তাইক ৰখাৰ কোনো অধিকাৰ নাছিল।

মল্‌ভিক : শিশুটিৰ মৃত্যু হোৱা নাই, তাই নিদ্ৰামগ্ন।

ৰেলিং : ধেৎ, আজে-বাজে কথা নক'বি।

*(ইয়াল্‌মাৰ, যথেষ্ট শান্তভাৱে চোফাখনৰ ওচৰলৈ যায় আৰু হাতযোৰ কৰি থিয় হৈ হেড়ভিগলৈ চায়।)*

ইয়াল্‌মাৰ : তাই শুই আছে কেনে নিথৰ, নিস্পন্দ।

*(ৰেলিঙে হেড়ভিগৰ আঙুলিৰ বন্ধনৰ পৰা পিষ্টলটো উলিয়াই আনিবলৈ চেষ্টা কৰে।)*

ৰেলিং : ইমান টানকৈ খামুচি ধৰিছে তাই। ইমান টানকৈ।

গীণা : নাই, নাই ৰেলিং তাইৰ আঙুলিবিলাকক দুখ নিদিব। বস্তুটো তেনেদৰে থাকক।

ইয়াল্‌মাৰ : সেইটো তাই লগত লৈ যাব।

গীণা : হয়, হয় তাইক লগত লৈ যাবলৈ দিয়ক। পিছে তাইক দৰ্শনীয় বস্তু হিচাপে তাত শুই থাকিবলৈ দিব নোৱাৰি। তাই তাইৰ নিজৰ সৰু কোঠালীটোলৈ যাব। নিজৰ সৰু কোঠালীটোলৈ। আহা ইয়াল্‌মাৰ, ধৰাহি আমি তাইক লৈ যাওঁ।

*(গীণা আৰু ইয়াল্‌মাৰে হেড়ভিগক দাঙে। গৈ থাকোতে ইয়াল্‌মাৰ)*

ইয়াল্‌মাৰ : অহ্‌। গীণা, গীণা, পাহৰিব পাৰিবানে কেতিয়াবা?

গীণা : আমি দুয়ো দুয়োকে সহায় কৰিব লাগিব ইয়াল্‌মাৰ। তুমি, মই আমি দুয়ো তাইৰ সমান অংশীদাৰ।

মল্‌ভিক : *(পাদুৰীৰ দৰে হাত দুখন প্ৰসাৰিত কৰি ভোৰভোৰায়।)* ঈশ্বৰ মহান। ধৰিত্ৰীৰ পৰা ধৰিত্ৰীলৈ, ধূলিকণাৰ পৰা ধূলিকণালৈ।

বেলিং : *(মল্‌ভিকৰ কাণত ফুছফুচায়)* মনে মনে থাক, শব্দ তোৰ নিচা হৈছে।

*(ইয়াল্‌মাৰ আৰু গীণাই শবদেহটো ৰান্ধনিশালৰ মাজেদি লৈ যায়। বেলিঙে চাই থাকে মল্‌ভিক বুলনিয়েদি পলায়।)*

বেলিং : *(গ্ৰেইৰ্ঘেছৰ ওচৰলৈ গৈ)* ভেব্‌লে ডাঙৰীয়া, এইটো দুৰ্ঘটনা বুলি মোক কোনেও পতিয়ন নিয়াব নোৱাৰিব।

*(গ্ৰেইৰ্ঘেছ ইমান সময় ধৰি ভয়ত অত্ৰাহি হৈ আছে, মুখখন জিকাৰ খোলাৰ দৰে হৈ কঁপিছে।)*

গ্ৰেইৰ্ঘেছ : কোনেও নাজানে ঘটনাটো কেনেকৈ ঘটিবলৈ পালে।

বেলিং : গুলীৰ জুই লাগি তাইৰ পোছাকযোৰৰ ওপৰৰ অংশ পোৰা গৈছে। তাৰ মানে, তাই নিশ্চয় পিস্তলটো নিজৰ বুকুত লগাই গুলী ফুটাইছিল।

গ্ৰেইৰ্ঘেছ : হেড্‌ভিগৰ মৃত্যু বিফলে যোৱা নাই ডাঃ বেলিং। শোকে কেনেকৈ ইয়াল্‌মাৰৰ ভিতৰৰ মহৎ গুণখিনি উলিয়াই আনিলে সেয়া আপুনি নিশ্চয় মন কৰিছে।

বেলিং : সৰহভাগ মানুহেই মৃত্যুৰ আগত নিজৰ উত্তম দিশটো উদঙায়। কিন্তু এই ক্ষেত্ৰত এনে সুপৰিবৰ্তন কিমান দিনলৈ থাকিব বুলি আপুনি ভাবে ভেব্‌লে ডাঙৰীয়া?

গ্ৰেইৰ্ঘেছ : কিমান দিন সি জীয়াই থাকিব সেই গুণ আজিতকৈও বেছিকৈ প্ৰকাশ পাব।

বেলিং : আজিৰ পৰা আঠ-ন মাহ মানৰ পাছত ইয়াল্‌মাৰৰ

বক্তৃতাৰ ফুলজাৰিৰ এটা সুন্দৰ বিষয়বস্তু হৈ থকাৰ বাহিৰে অকণি হেড্‌ভিগৰ কোনো অস্তিত্ব নাথাকিব।

গ্ৰেইৰ্ঘেছ : কোন সাহসত আপুনি ইয়াল্‌মাৰ এইক্‌ডালৰ সম্পৰ্কে এনে কথা ক'লে?

ৰেলিং : হেড্‌ভিগৰ কবৰৰ ওপৰত ঘাঁহ গজিবলৈ দিয়ক। তেতিয়া আমি আকৌ এই বিষয়ে কথা পাতিম। তেতিয়া আপুনি তাৰ মুখৰ পৰা শিশুটিক অকালত তাইৰ স্নেহময় পিতৃৰ কোলাৰ পৰা কাঢ়ি লৈ যোৱাৰ বিষয়ে বছা বছা শব্দবাজিৰে সমৃদ্ধ ভাষণবোৰ শুনিবলৈ পাব। আত্মপ্ৰশংসা আৰু আত্ম-অনুকম্পাৰ আবেগত সি লুটি বাগৰ খোৱা আপুনি দেখিবলৈ পাব। আপুনি কেৱল চাই থাকক।

গ্ৰেইৰ্ঘেছ : আপুনি যদি সঁচা হয় আৰু মই যদি মিছা হওঁ, তেন্তে এই জীৱন জীয়াই থকাৰ যোগ্য নহয়।

ৰেলিং : নহয়, মিঃ ভেৰ্‌লে। বেচেৰা সাধাৰণ মানুহবোৰৰ দুৱাৰে দুৱাৰে গৈ 'আদৰ্শৰ দাবী' উত্থাপন কৰা নাৰকী অলগৰ্দ্ধবোৰৰ হাত সাৰিব পৰাহেঁতেন জীৱনটো ঠিকেই থাকিলেহেঁতেন।

গ্ৰেইৰ্ঘেছ : *(ৰেলিঙৰ মুখে মুখে চাই)* সেয়ে যদি হয় ডাঃ ৰেলিং, মোৰ ভৱিষ্যৎ মোৰ বাবে আদৰণীয়।

ৰেলিং : মাফ কৰিব, আপোনাৰ ভৱিষ্যতটো বা কি?

গ্ৰেইৰ্ঘেছ : খোৱা টেবুলত তেৰ নম্বৰ মানুহজন হোৱা।

ৰেলিং : এৰা।

ঃঃ অন্ত ঃঃ

# আকাশবাণী গুৱাহাটীৰ পৰা প্ৰথম প্ৰচাৰ

## ১১ জানুৱাৰী, ২০০৪

### ভাৱৰীয়া

| | |
|---|---|
| উপকুল বৰদলৈ | হৰুন ভেৰ্‌লে |
| কিশোৰ চৌধুৰী | গ্ৰেইৰ্ষেহ ভেৰ্‌লে |
| তপন দাস | ইয়ালম্যাৰ এইক্‌ভাল |
| অৰুণ শৰ্মা | বৃদ্ধ এইক্‌ভাল |
| শান্তনা বৰদলৈ | গীলা |
| মৈথিলী ভূঞা | হেড্‌ভিগ |
| অপৰ্ণা দত্ত চৌধুৰী | মিছেছ ছৰাৰ্ববি |
| নয়ন প্ৰসাদ | পেটেৰ্ছেন |
| কীৰ্ত্তিকমল ভূঞা | ইয়েনছেন |
| বিমল শৰ্মা | ৰেলিং |
| ৰাজীৱ বৰুৱা | মলভিক্ |
| বসন্ত গগৈ | শকত আলহী |
| বাদল দাস | কাণেৰে কম শুনা আলহী |
| কৌস্তুভমণি শইকীয়া | আঁতৰৰ দৃষ্টি শক্তিহীন আলহী |
| দৃশ্য ৰচনা | উৎপল বৰা |
| সংগীত পৰিচালনা | অনুপম চৌধুৰী |
| প্ৰয়োজনা | নয়ন প্ৰসাদ |
| পৰিচালনা | কুলদাকুমাৰ ভট্টাচাৰ্য |

□□□

# ইব্‌ছেনৰ নাট সম্ভাৰ

| সংখ্যা | নৰ'ৱেজীয় নাম | অসমীয়া নাম | প্ৰথম প্ৰকাশ | প্ৰথম মঞ্চায়ন |
|---|---|---|---|---|
| ১ | কাটিলিনা (ব্ৰিনিয়লফ বিয়াৰ্মে ছদ্ম নামত) | কাটিলিনা | ১৮৫০ | ১৮৮১ মঞ্চঃ নীয়া টিয়াট্ৰেন ষ্টকহল্‌ম, ছুৱেডেন |
| ২ | কিয়েম্‌পে হাইয়েন (কাব্যনাটক; ব্ৰিনিয়লফ্‌ বিয়াৰ্মে ছদ্মনামত) | মৈদাম | পৰিমাৰ্জিত ১৮৫৪ | ১৮৫০ খৃষ্টিয়ানিয়া টিয়াট্ৰ, খৃষ্টিয়ানিয়া, নৰ'ৱে |
| ৩ | নৰ্মা এলাৰ এন পলিটিকাৰ্ছ কিয়েৰ-লিগ্‌হেড (ছদ্মনামত) | নৰ্মা এলাৰ অথবা ৰাজনীতিকৰ প্ৰেম (অপেৰাৰ ব্যঙ্গ হিচাপে ৰচিত) | ১৮৫১ (অন্‌ট্ৰিম্‌নেৰ নামৰ ব্যঙ্গ আলোচনীত প্ৰকাশিত) কিতাপ ৰূপে ১৯০৯ | ১৯৯৪ ষ্টুডেণ্ট থিয়েটাৰ ট্ৰন্‌ড্‌হাইম |
| ৪ | ছাংট্‌হান্‌ছনাটেন | ছেইণ্ট হান্‌ছৰ নিশা | ১৮৫৩* | ১৮৫৩ ডেন নাট্‌ছিঅ'নালে ছেনে, বেৰ্গেন |
| ৫ | ফ্ৰু ইংগেৰ টিল আৰষ্টেৰাড্‌ | আৰষ্টেৰাডৰ লেডী ইংগেৰ | ১৮৫৪ | ১৮৫৫ ডেট নৰ্ষ্কে টিয়াট্ৰৰ বেৰ্গেন, নৰ'ৱে |

* এইখন নাটক ইব্‌ছেনৰ কোনো নাট সংকলনত অন্তৰ্ভুক্ত হোৱা নাছিল অথচ ইব্‌ছেনৰ বুলি বহুল প্ৰচলিত।

| সংখ্যা | নব'বেজীয় নাম | অসমীয়া নাম | প্ৰথম প্ৰকাশ | প্ৰথম মঞ্চায়ন |
|---|---|---|---|---|
| ৬ | গিল্‌ডেট্ পা ছল্‌হাউগ | ছল্‌হাউগত ভোজ | ১৮৫৫ | ১৮৫৩ ডেট নব্‌স্কে টিয়াট্ৰে বেৰ্গেন |
| ৭ | অ'লাফ লিলিয়েক্ৰান্‌ছ | অ'লাফ লিলিয়ে ক্ৰান্‌ছ | ১৮৫৬ | ১৮৫৭ নব্‌স্কে টিয়াট্ৰে, খ্ৰিষ্টিয়ানিয়া, নৰ'বে |
| ৮ | হেৰ্‌মেনডেনে পা হেল্‌গেলাণ্ড | হেল্‌গেলেণ্ডত জলদস্যু | ১৮৫৭ | ১৮৫৮ নব্‌স্কে টিয়াট্ৰে, খ্ৰিষ্টিয়ানিয়া, নব'বে |
| ৯ | কিয়েবলিগহেডেন্‌ছ কমেডী | প্ৰেমৰ প্ৰহসন | ১৮৬২ | ১৮৭৩ খ্ৰিষ্টিয়ানিয়া টিয়াট্ৰে, অছল' |
| ১০ | কংছ এমনের্নে | সিংহাসনৰ প্ৰতিদ্বন্দ্বী | ১৮৬৩ | ১৮৬৪ খ্ৰিষ্টিয়ানিয়া টিয়াট্ৰে নব'বে |
| ১১ | ব্ৰাণ্ড | ব্ৰাণ্ড | ১৮৬৫ | ১৮৬৭ ষ্টকহল্‌ম |
| ১২ | পেয়েৰ গিণ্ট (ছন্দত লিখা শেষ নাটক) | পেয়েৰ গিণ্ট | ১৮৬৭ | ১৮৭৬ নব্‌স্কে টিয়াট্ৰে, খ্ৰিষ্টিয়ানিয়া নব'বে |
| ১৩ | ডে উংগেছ ফ'ৰ্বুণ্ড | যুৱ সঙ্ঘ | ১৮৬৯ | ১৮৬৯ খ্ৰিষ্টিয়ানিয়া টিয়াট্ৰে খ্ৰিষ্টিয়ানিয়া নব'বে |
| ১৪ | কেইজৰ ওগ্ গালেলেয়েৰ | সম্ৰাট আৰু গালেলেয়ন | ১৮৭৩ | তথ্য পোৱা নাই |

| সংখ্যা | নব'বেজীয় নাম | অসমীয়া নাম | প্ৰথম প্ৰকাশ | প্ৰথম মঞ্চায়ন |
|---|---|---|---|---|
| ১৫ | ছয়্ফুন্‌ডেট্‌ছ্ ষ্টাবটেব | সমাজৰ স্তম্ভ | ১৮৭৭ | ১৮৭৭ ডেট কংগেলিগে টিয়াট্ৰে, কোপেনহেগেন, ডেনমাৰ্ক |
| ১৬ | এট্ ডুকেইয়েম | পুতলা ঘৰ | ১৮৭৯ | ১৮৭৯ ডেট কংগেলিগে টিয়াট্ৰে, কোপেনহেগেন, ডেনমাৰ্ক |
| ১৭ | গেংগাংগেৰে | প্ৰেতাত্মা | ১৮৮১ | ১৮৮২ অৰ'ৰা টাৰ্ণাৰ হল চিকাগ' মাৰ্কিন যুক্তৰাষ্ট্ৰ |
| ১৮ | এন ফল্‌কেফীন্‌ডে | এজন গণশত্ৰু | ১৮৮২ | ১৮৮৩ খ্ৰিষ্টিয়ানিয়া টিয়াট্ৰে খ্ৰিষ্টিয়ানিয়া নৰ'ৱে |
| ১৯ | ভিল্‌ডানডেন | বনহাঁহ | ১৮৮৪ | ১৮৮৫ ডেন নাট্‌ছিঅ'নাল ছেনে, বেৰ্গেন, নৰ'ৱে |
| ২০ | ৰ'জমাৰ্‌ছ হলম্ | ৰজমাৰ কুটীৰ | ১৮৮৬ | ১৮৮৭ ডেন নাট্‌ছিঅ'নাল ছেনে, বেৰ্গেন, নৰ'ৱে |
| ২১ | ফ্ৰুয়েন ফ্ৰ হাভেট্ | সমুদ্ৰবাসিনী | ১৮৮৮ | ১৮৮৯ হ'ফ টিয়াটেৰ, ভাইমাৰ, জৰ্মনি (একে নিশা অহলাণ্ডো) |

| সংখ্যা | নরওয়েজীয় নাম | [illegible] নাম | প্রথম প্রকাশ | প্রথম মঞ্চায়ন |
|---|---|---|---|---|
| ২২ | হেডা গাব্লের | হেড্ডা গাব্লের | ১৮৯০ | ১৮৯১<br>ক্যোইনিগলিশেস রেসিডেনৎস থিয়াটের, মিউনিখ, জার্মানি |
| ২৩ | বিগ্‌মেস্টের সল্‌নেস | [illegible] | ১৮৯২ | ১৮৯৩<br>বের্লিন, জার্মানি |
| ২৪ | লিল্লে এ'অলফ্ | [illegible] এ'অলফ্ | ১৮৯৪ | ১৮৯৫<br>ডয়েচেস থিয়াটের বের্লিন, জার্মানি |
| ২৫ | জন গাব্রিয়েল বর্কমান | জন গাব্রিয়েল বর্কমান | ১৮৯৬ | ১৮৯৭<br>[illegible] টিয়াট্রন, [illegible], ফিন্‌স্কে টিয়াট্রন, ফিনল্যান্ড |
| ২৬ | নব্ ভি ডাবডে ভাগ্‌নের | [illegible] | ১৮৯৯ | ১৯০০<br>[illegible] হফ থিয়াটের স্টুটগার্ট, জার্মানি |
| ২৭ | ডীগ্‌টে (একমাত্র কাব্য সংকলন) | | ১৮৬২ | |

□□□

টোকা

এটা ভাষাৰ শব্দ আন এটা ভাষালৈ কৰা লিপ্যন্তৰ নিখুঁত হোৱা প্ৰায় অসম্ভৱ বুলি ক'ব পাৰি। আনহাতে ভাষা এটা নজনাকৈ মাথোঁ উচ্চাৰণ বিধি অনুসৰণ কৰি কাম যেৰা কৰিলে জটিল হৈ পৰাৰো আশংকা থাকে। ইংৰাজী লিপ্যন্তৰৰ ওপৰত সম্পূৰ্ণ নিৰ্ভৰ কৰিব নোৱাৰিলো, কাৰণ ইংৰাজী বৰ্ণমালাৰ বৰ্ণসংখ্যাতকৈ নৰ'ৱেজীয় ভাষাৰ বৰ্ণ সংখ্যা অধিক। অকল 'E' বৰ্ণৰে (নৰ'ৱেজীয় ভাষাত 'এ') তিনিটা ৰূপ আছে; হ্ৰস্ব, দীৰ্ঘৰ উপৰিও এটা 'নিশকতীয়া' 'E' আছে। 'O' বৰ্ণৰো তিনিটা ৰূপ— হ্ৰস্ব, দীৰ্ঘৰ উপৰি 'Ø' এটা ৰূপ। 'A'-ৰ বেলিকাত তিনিটা ৰূপ— অ, আ, 'C'। সংলগ্ন বৰ্ণ তথা ডিপ্‌থঙৰ সংখ্যা আৰু ৰূপো ইংৰাজীতকৈ বেছি। এইবোৰৰ ফলস্বৰূপে অধিক বিচিত্ৰ বিভ্ৰান্তিৰ সৃষ্টি হোৱাৰ সম্ভাৱনা। তথাপি মূলৰ নিকটতমকৈ অসমীয়া ধ্বনি ব্যৱহাৰ কৰাৰ চেষ্টা কৰা হৈছে। অলপ স্বাধীনতা লোৱা হৈছে 'Ø'-ৰ বেলিকা। ছ্যৰাৰ্বি (SØRBY) আৰষ্টেৰাড (ØSTERAAD), ষ্টাৰটেৰ (STØTTER) ইত্যাদি এই ধৰণে লিখা হৈছে। ইংৰাজী মতে কোৱা হৈছে অকল 'আ' ব্যৱহাৰ কৰিলেই হয়। কিন্তু কম্পিউটাৰত ধ্বনিটো শুনাৰ পাছত ধাৰণা হৈছে এই 'আ' টো দীৰ্ঘতৰ আৰু তাত 'ৰ'-ৰ এটা স্পৰ্শ আছে। যিহেতু অসমীয়া শব্দ উচাচৰণৰ বেলিকা সকলো স্বৰ বৰ্ণ চুটিকৈ উচ্চাৰণ কৰাৰ প্ৰতি এটা প্ৰৱণতা লক্ষ্য কৰো সেই হেতু যাতে অভিনেতাই 'আ' ধ্বনিটো দীৰ্ঘ কৰিবলৈ বাধ্য হয় তাৰবাবে 'ৰ' ধ্বনিটো যোগ কৰা হৈছে। ই মূল উচ্চাৰণৰ বিৰোধ নকৰে বুলি ভাবো।

লিপ্যন্তৰৰ এনে জটিল প্ৰয়াস নকৰিলোহেঁতেন যদিহে ভাষান্তৰখন অকল পঢ়াৰ বাবে হ'লহেঁতেন। কিন্তু নাটক মূলতঃ অভিনয়ৰ বাবে। সেই কথাটোও আগত ৰাখিবলগীয়া হৈছে।

□□□